সভাদেৱ গ্ৰন্থাৱলী—৩য় গ্ৰন্থ।

# শ্ৰীশ্ৰীব্ৰহ্মবৈবৰ্ত্ত পুৰাণ।

৺বলোৰাম দ্বিজ
ৰচিত



আসাম সাহিত্য সভা.
চন্দ্ৰকান্ত সন্দিকৈ হল্.
যোৰহাট।

নৰদেৱ গ্ৰন্থাৱলী—৩য় গ্ৰন্থ।

# শ্ৰীশ্ৰীব্ৰহ্মবৈবৰ্ত্ত পুৰাণ।

৺বলোৰাম দ্বিজ
ৰচিত।






আসাম সাহিত্য সভাৰ হৈ—
শ্ৰীদেবেশ্বৰ চলিহাৰ
দ্বাৰাই সম্পাদিত আৰু প্ৰকাশিত।

আসাম সাহিত্য সভা,
চন্দ্ৰকান্ত সন্দিকৈ হল,
যোৰহাট।

১৭ জুলাই, ১৯৩৩।
১ শাওণ, ১৮৫৫ শক।




বেচ—১৲ টো

সাহিত্য সভাৰ সভ্যাৰ পক্ষে } ॥০ আঁঠাবণৰ

# পাতনি।

দক্ষিণপাট সত্ৰৰ ডেকাজনা অধিকাৰ প্ৰভুৰ ৺শ্ৰীশ্ৰীনৰদেৱ গোস্বামী প্ৰভুৱে অসমীয়া সাহিত্য সভাক ৫,০০০, পাঁচ হাজাৰ টকা দান কৰিছিল। সেই টকাৰে সাহিত্য সভাই "শ্ৰীশ্ৰীনৰদেৱ ট্ৰাষ্ট ফণ্ড" নাম দি এটা চিৰদিনীয়া পুঁজি স্থাপন কৰি তাৰ সুতৰ টকাৰে দাতাৰ ইচ্ছা অনুসাৰে সাহিত্য সভাই প্ৰাচীন অসমীয়া ধৰ্ম্ম পুথি ছপা কৰি "নৰদেৱ গ্ৰন্থাৱলী" নামেৰে প্ৰকাশ কৰিবলৈ গাত লয়। তেখেত প্ৰভুৱে ১৯১৬ চনত উক্ত টকা দান কৰে। আৰু ট্ৰাষ্ট ডিড্‌ৰ সৰ্ত্ত অনুসাৰে সাহিত্য সভাই প্ৰাচীন পুথি ৺শ্ৰীশ্ৰীদেৱদামোদৰ চৰিত্ৰ প্ৰথমে প্ৰকাশ কৰে, আৰু এয়ে "নৰদেৱ গ্ৰন্থাৱলী"ৰ প্ৰথম পুথি। তাৰ পাচত শ্ৰীশ্ৰীবনমালী দেৱৰ চৰিত্ৰ নামৰ দ্বিতীয় পুথি প্ৰকাশ কৰে। এতিয়া প্ৰকাশ হোৱা শ্ৰীশ্ৰীব্ৰহ্মবৈবৰ্ত্ত পুৰাণ "নৰদেৱ গ্ৰন্থাৱলী"ৰ তৃতীয় পুথি।

"নৰদেৱ ট্ৰাষ্ট ফণ্ড।"

এই পুথিখনি আমি অন্যান্য বহুত পুথি অনুসন্ধানৰ উপৰত দক্ষিণপাট সত্ৰৰ পুথি-ভঁৰালত পালোঁ। আৰু পুথি প্ৰকাশ কৰিবলৈ বৰ্ত্তমান অধিকাৰ শ্ৰীশ্ৰীনাৰায়ণদেৱৰ গোস্বামী প্ৰভুৰ অনুমতি পাই এই পুথি সত্ৰৰ পৰা আমি নিজে আনি লওঁ।

পুথি আৰু পুথি ৰচোতা।

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ মূল পুথি মহৰ্ষি বেদব্যাসে লিখা বুলি কয়। কিন্তু আমি পোৱা পুথি খনিত তাৰ কোনো উল্লেখ নাপালো। পুথি ৰচনা কৰোঁতা ৺বলোৰাম দ্বিজ—তেওঁ নিজৰ চিনাকী পুথিৰ শেষত এইদৰে দিছে ঃ—

"মদমিশ্ৰ নামে সন্ত পুন্যৱন্ত সাৰ।
অদ্যাপিয়ো গুণ যস বখানে জাহাৰ॥
দ্বাদশ বৎসৰ তীৰ্থ কৰিলা সেৱন।
বৃন্দাবন প্ৰৱেশত পাইলা দৰিসন॥
গোপ বেস ধৰি হৰি হাতে বেত ধৰি।
মহা ছদ্ম ভাৱে দেখা দিলন্ত মুৰাৰি॥
পথ বাৰ্ত্তা শুধি ভৈলা পাছে দ্বিজবৰ।
দুই তিনি ভৰি গৈয়া চাহিলা সতাৰ॥
অন্তৰ্ধ্যান ভৈলা হৰি পাছে নেদেখিল।
বহুত বিচাৰি পাছে কান্দিবে লাগিল॥

* * *

তান পুত্র নিত্যানন্দ জনক আমাৰ।
পিতৃৰ সদৃসে প্ৰবৰ্ত্তিলা সদাচাৰ॥
তাহান তনয় আমি অতি অল্পমতি।
নাম বলোৰাম আমি মাগিছো ভকতি॥"

এও গোলাঘাট অঞ্চলৰ মধুমিশ্ৰ সত্ৰৰ বুলি ভলত লিখা পদকেইফাকিৰ পৰ বোধ কৰো ধৰি লব পাৰোঁ ঃ—

"মধুমিশ্ৰ দেৱ পাছে আসিয়া দেশক।
সদাচাৰ ধৰ্ম্ম কৰি পুজিলা কৃষ্ণক।
নেপালৰ প্ৰতিমা আনিয়া দ্বিজবৰ।
কৰিলা প্ৰতিষ্ঠা পুষ্কৰীনি কুচিকৰ॥
দুই খানি দেৱ গৃহ আতি চিত্ৰ কৰি
উচ্ছৰ্গ কৰিয়া দিল কৃষ্ণক সুমৰি॥

* * *

পৰকালে দেৱ গোপাল যে মহা সন্ত।
দেৱৰ পাৰত তেহে সত্ৰ পাতিলন্ত॥
সিস্য সনে মহ পাতি গোপালে দিলন্ত
সেহি দিনা অনুসৰি মহন্ত ভৈলন্ত॥
তান পুত্ৰ ব্ৰজনাথ নামে উপজিল।
সত্ৰ পাতি দিয়া ধৰ্ম্ম সস্থিতি কৰিল॥
তাহান তনয় ৰামদেৱ ভৈলা জাত।
তান পুত্ৰ অচ্যুত আনন্দ নামে খ্যাত॥
তাহান তনয় মধুমিশ্ৰ নাম জাৰ।
তান পুত্ৰ নিত্যানন্দ জনক আমাৰ॥"

বৰ্ত্তমান মধুমিশ্ৰ সত্ৰৰ শ্ৰীযুক্ত ভোলানাথ গোস্বামী দেৱক আমাৰ এই পুথি ৰচকৰ বিষয়ে বাহুলাকৈ কিবা জানেনে বুলি সুধি চাইছিলোঁ, কিন্তু তেওঁৰ পৰা আমাৰ চিঠিৰ কোনো উত্তৰ নাপালো। ইতিকে ৺বলোৰাম দ্বিজৰ জীৱনীৰ বিষয়ে আৰু বিশেষ জানিবৰ উপায় নাই। এওঁৰ ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ বাহিৰে আৰু পুথি লিখাও আমি কিছু তদন্ত কৰি জানিব নোৱাৰিলোঁ। এই খন পুথিকেহে তেওঁ লিখিছিল। এই পুথি ৰচনাৰ

পৰা এইটোও বুজিব পাৰি যে তেওঁ শব্দাৱলীত বৰ চহকী নহয় আৰু ছন্দ বাক্য যতিয়াওঁতেও তেওঁ বৰ পাৰ্গতালি দেখুৱাব পৰা নাই।

ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ চাৰিখণ্ড বুলি জনা যায়। ব্ৰহ্মখণ্ড, প্ৰকৃতি খণ্ড, গণপতি খণ্ড আৰু শ্ৰীকৃষ্ণ জন্ম খণ্ড। আমি বহুত চেষ্টা কৰিও অসমীয়া ভাষাত শ্ৰীকৃষ্ণৰ জন্মখণ্ডৰ বাহিৰে অন্যান্য খণ্ড পুথি থকা জানিব নোৱাৰিলোঁ। ইয়াৰ কাৰণ এই হব পাৰে, যে বৈষ্ণৱ-প্ৰধান অসম দেশত শ্ৰীকৃষ্ণ জন্মখণ্ডৰ নিমিত্তেহে মানুহৰ বৰ ধাউতি আছিল তাঁক সেই কাৰণে এই খণ্ডকেহে অসমীয়া ভাষাত ভঙা হৈছিল। বাকী কেইখণ্ড ভঙা নহল। সি যি হওক, আমি ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ অকল কৃষ্ণ জন্ম খণ্ড পাই তাকে ছপা কৰি প্ৰকাশ কৰিলোঁ। বাকী কেই খণ্ড যদি পাচলৈ কোনো ঠাইত পোৱা হয়, সাহিত্য সভাই ছপাবলৈ হাত লব পাৰিব। এই খণ্ডৰ ভিতৰতে কিন্তু প্ৰথম আধ্যাত কৃষ্ণৰ উপনয়নৰ পৰা ৰুক্মিণী হৰণ পৰ্য্যন্তহে কৃষ্ণৰ কথা। তাৰ পাচৰ আধ্যাত বাহিৰৰ কথা। যেনে:— স্বপ্নৰ ফলা-ফল, কি দ্ৰব্য ভক্ষ্য আৰু কি দ্ৰব্য অভক্ষ্য তাক বৰ্ণনা কৰি—অভক্ষ্য দ্ৰব্য খালে প্ৰায়শ্চিত্তৰ বিধান, পাপৰ পৰিচয়, ব্ৰাহ্মণৰ মাহাত্ম্য, শূদ্ৰিৰৰ কৰ্ত্তব্য ইত্যাদি বহুল ভাৱে বৰ্ণনা কৰিছে। তাৰ পাচত চন্দ্ৰ কৰ্ত্তৃক তাৰা দেবীৰ সতীত্ব হৰণ আৰু তাৰ বাবে দেৱতাসকলৰ ভিতৰত মহা কৌতূহল আৰু বৃন্দা দেবীৰ তপস্যা আদি বৰ্ণনা কৰি শ্ৰীকৃষ্ণৰ বিয়োগত ৰাধিকাৰ শোক নানা প্ৰকাৰে বৰ্ণনা কৰি পুথি সমাপ্ত কৰিছে।

আখৰ যোঁটনি। পুথিৰ আখৰ যোঁটনিৰ সম্পৰ্কে কবলগীয়া এই যে গোটেই পুথিত কবিয়ে কোনো নিৰ্দ্ধাৰিত আখৰ যোঁটনি লৈ লিখা নাই। একেটা শব্দকে ভিন্ ভিন্ ঠাইত ভিন ভিন আখৰেৰে লিখিছে। পুৰণা পুথিত থকাদৰে বৰ্ণৰ কোনো সাল-সলনি নকৰাকৈ ছপাকৰা ভাল যদিও ওপৰত দিয়া কাৰণৰ বাবে প্ৰথম আধ্যাত আধুনিক আখৰ যোঁটনি অনুসাৰে ছপা কৰি দ্বিতীয় আধ্যাত পুথিত যেনে আছে তেনে ছপা কৰা হ'ল। আখৰ যোঁটনি কোনো নিৰ্দ্ধাৰিত বৰ্ণ অনুসাৰে পুথিত নিলিখা অকল এইখন পুথিতেই নহয়, প্ৰায় সকলো পুথিত এনেকৈ লিখা পাওঁহক। ইয়াৰ দ্বাৰাই ইয়াকে সিদ্ধান্ত কৰিব পাৰি, যে আগৰ কালত আমি যেনেকৈ কওঁহক ঠিক তেনেদৰেই লিখিছিল। বৰ্ণমালাত একে উচ্চাৰণৰ কেবাটাও বৰ্ণ আছে কাৰণে যেতিয়াই যি বৰ্ণৰে সুবিধা পাইছিল, সেই বৰ্ণৰেই লিখি থৈছিল। হ্ৰস্ব 'ই', দীৰ্ঘ 'ঈ', হ্ৰস্ব 'উ', দীৰ্ঘ 'ঊ'ৰ উচ্চাৰণত ভিন নাই। 'শ', 'ষ' আৰু 'স'ৰো উচ্চাৰণত কোনো ভিন নাই। 'জ', 'য'ৰ ভিন নাছিল। গতিকে 'সুন্দৰি', 'নাৰি', 'নাড়ি', 'স্ত্ৰি', 'নদি', 'নদী', 'ছৰণ', 'ছিস্তি', 'দেবি', 'দেবী', 'দোস' 'দিশ', 'দিষ', 'দাসি' ইত্যাদি অবাধে লিখি গৈছিল। আজি কালি মাথোন আমি সংস্কৃত ভাষাৰ ব্যাকৰণৰ সুত্ৰেৰে অসমীয়া ভাষাত কথা লিখিবলৈ ধৰি উচ্চাৰণক লিখাৰ মূল নধৰি শব্দৰ আদি মূল সংস্কৃত শব্দৰে বৰ্ণ অনুসাৰে লিখিছোহঁক। 'কৃষ্ণ' শব্দ পুথিত প্ৰায়ে "কৃষ্ন" বুলি লিখা পোৱা গৈছে। আৰু ময়ো পুথিৰ মতেৰেই "কৃষ্ন" ৰাখিছো। মোৰ মনেৰেও "কৃষ্ন" লিখাহে শুদ্ধ। শব্দটোৰ উচ্চাৰণৰ

অন্নসাৰেও "ঞ"তকৈ "ণ" যুক্ত হোৱা বেছি উপযোগী যেন লাগে, আৰু আগৰ পুথিবিলাকত প্ৰায়ে "কৃষ্ণ" হে লিখা দেখা পোৱা গৈছে। মহা পুৰুষ মাধৱ দেৱেও এই শব্দৰ নাম-অন্বয় কৰোঁতে নাম-ঘোষাত এইদৰে লিখিছে

"কৃষ্ণ হেন শব্দ ইটো পৃথিবী বাচক ভৈল
ণ আনন্দত প্ৰবৰ্ত্তয়।
দুইৰো একপদ ভৈল পৰমব্ৰহ্ম ৰূপ কৃষ্ণ
নাম আনন্দক মাত্ৰ কয়॥"

দ্বিজ কলাৰামৰ ৰচিত এইখন ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ পুথিৰ বাহিৰে আৰু এখন ব্ৰহ্ম-সামৰণি বৈবৰ্ত্ত পুৰাণ পুথি আছে। সেইখন কবিৰাজ চক্ৰৱৰ্ত্তীয়ে ৰচনা কৰা। তাতো কেৱল কৃষ্ণ জন্মখণ্ডৰ হে ভাঙনি আছে। দ্বিজ কলাৰামৰ ৰচনা বহু ঠাইত কবিৰাজ চক্ৰৱৰ্ত্তীৰ খন পুথিৰো বহুত ঠাইত মিল নাই। দুয়োজনে একে মূলৰ পৰা যদি ভাঙনি কৰিছিল, তেন্তে তেওঁলোকৰ ভিতৰত ইমান অমিল কিয়? পাচত পুথি নকল কৰোঁতাসকলেই ইমান অমিল ঘটাইছিল বুলি অনুমান কৰিবও নোৱাৰি। এই পুথিত কিন্তু বহুত শব্দৰ অৰ্থ আমাৰ বোধগম্য নহল। বহুত চেষ্টা কৰিও তাৰ ভাল ব্যাখ্যা দিব পৰা নহল। কোনো বিদ্বান লোকে সেই শব্দ বিলাকৰ ভাল ব্যাখ্যা কৰি আমাক জানিবলৈ দিলে আমি তেওঁলোকৰ ওচৰত পৰম কৃতজ্ঞ থাকিম, আৰু পাচলৈ আমাৰ পুথিৰ দ্বিতীয় বাৰ ছপা কৰোঁতে শুধৰাই ল শুধৰিব। নি ছপা কৰিম বৰ্ত্তমান সেই শব্দবিলাকৰ কোনো ব্যাখ্যা দিব নোৱাৰাত মহাশয় পাঠকসকলে যেন আমাক ক্ষমা কৰে। ইতি।

শ্ৰীদেৱেশ্বৰ চলিহা।

আসাম সাহিত্য সভা,
যোৰহাট,
১ শাওণ, ১৮৪৫

শ্ৰীকৃষ্ণায় নমো নমঃ

# শ্ৰীশ্ৰীব্ৰহ্মবৈবৰ্ত্ত পুৰাণ।




## শ্ৰীকৃষ্ণৰ জন্ম খণ্ড ॥

### শ্ৰীকৃষ্ণৰ উপনয়নৰ উপলক্ষে মুনি-ঋষি আদি দেৱতাসকলৰ মথুৰা আগমন।

পদ।

নাৰায়ণ বদতি নাৰদ মুনিবৰ।
শুনিয়োক কৃষ্ণ কথা কহিলোঁ অপাৰ ॥
আত অনন্তৰে গৈলা গৰ্গ মহাঋষি।
বসুদেৱ গৃহে স্থিত পৰম হৰিষি ॥ ১
দণ্ড-ছত্ৰ ধাৰী ব্ৰহ্ম-তেজে প্ৰজ্বলিত।
শুক্ল দন্ত শুক্ল বস্ত্ৰ শুক্ল উপবিত ॥
তপোময় মূৰ্ত্তি যাদৱৰ পুৰোহিত।
শিৰে জটা শোভা কৰে দেখি বিপৰীত ॥ ২
গৰ্গক দেখিয়া বসুদেৱ সচকিত।
তাৰক্ষণে উঠি বসু দেৱকী সহিত ॥
প্ৰণাম কৰিলা দুয়ো গৰ্গক সত্বৰ।
ৰত্ন-সিংহাসন দিলা অতি মনোহৰ ॥ ৩
ভক্তি কৰি বসুদেৱে মধুপৰ্ক দিলা।
কামধেনু আগ্‌ শুদ্ধ বস্ত্ৰ সমৰ্পিলা ॥
গন্ধ-পুষ্প মালা দিলা বহু ভক্তি কৰি।
মিষ্ট-অন্ন পৰমান্ন দিলন্ত সাদৰি ॥ ৪
পিস্তক মধুৰ মধু ভুঞ্জাইলা সাদৰি।
সুবাসিত জল দিলা অতি মান্য কৰি ॥
সুবাসিত তাম্বুলয়ো কৰ্পূৰে সহিত।
দেৱকী সহিতে প্ৰণামিলা যথোচিত ॥ ৫
কৃষ্ণক দেখিয়া গৰ্গ মনে প্ৰণামিলা।
বসুদেৱ দৈৱকীক বচন বুলিলা ॥
গৰ্গ নিগদতি বসুদেৱ মহামানি।
দৈৱকী সহিতে শুনিয়োক মোৰ বাণী ॥ ৬
কৃষ্ণক চাহিয়ো বসু বলো সমন্নিতে।
উপনয়নৰ কাল ভৈলা উপস্থিত ॥
বয়সৰে কাল ভৈলা দুইহানো নিশ্চয়।
কালক কহিলো বসুদেৱ মহাশয় ॥ ৭
বসুদেৱ বদতি শুনিয়ো গুৰু সাৰ।
উপনয়নৰ কাল কৰিয়ো বিচাৰ ॥
যাদৱৰ পূজ্য দেৱ তুমি মহামতি।
শুভক্ষণ শুভদিন দিয়োক সম্প্ৰতি ॥ ৮
গৰ্গ নিগদতি বসুদেৱ মহা ধীৰ।
পৰশুই শুভ দিন কৰি আচো স্থিৰ ॥
চন্দ্ৰ তাৰা শুদ্ধি আসে দুই বালকৰ।
সন্তসাস্ত্ৰগণৰো পুজিত দিন বৰ ॥ ৯
গৰ্গৰ বচন শুনি বসুদেৱ সন্ত।
দশোদিশে তেতিক্ষণে দূত পাঠিলন্ত ॥
মঙ্গল-পত্ৰিকা সৱে দূতক পাঠিলা।
সমস্তে লোকত দূতে গৈয়া জ্ঞান দিলা ॥ ১০
ঘৃত-কুল্য দুগ্ধ-কুল্য দধি-কুল্য চয়।
মধু-কুল্য গুৰ-কুল্য নদী সমস্তয় ॥ (১)

(১) নদীৰ সমান উপচি পৰা

উপহাৰ সমস্তৰ থৈলা দোল কৰি।
মণি ৰত্ন সুবৰ্ণক থৈলন্ত সাদৰি॥ ১১
নানা অলঙ্কাৰ বস্ত্ৰ মুকুতাসকল।
মাণিক্য, হিৰাৰ দোল ভৈল অবিকল॥
সেহি সময়ত কৃষ্ণদেৱ দামোদৰ।
দেৱগণ মুনিগণ সিদ্ধ নিৰন্তৰ॥ ১২
সমস্তকে মনত স্মৰিলা নাৰায়ণ।
ঈশ্বৰৰ আজ্ঞা জানি আসিলা তেখন॥
মুনিগণ বন্ধুগণ ৰাজা নিৰন্তৰ।
দেৱ-কন্যা নাগ-কন্যা আসিলা সত্বৰ॥ ১৩
ৰাজ-কন্যাগণো আইলা মথুৰা নগৰ।
বিদ্যাধৰ গন্ধৰ্ব্ব আসিলা নিৰন্তৰ॥
বাদ্য-ভণ্ড বাদক যে ভিক্ষুক ব্ৰাহ্মণ।
জতী ব্ৰহ্মচাৰী অৱধূত যোগীগণ॥ ১৪
ভট্ট সন্ন্যাসীক আদি কৰি নিৰন্তৰ।
কৃষ্ণ আজ্ঞা জানি সৱে আসিলা সত্বৰ॥
পিতৃ মাতৃ কুলে যত আছে বন্ধুগণ।
বান্ধৱ সহিতে আসিলন্ত বন্ধুগণ॥ ১৫
ভীষ্ম দ্ৰোণ অশ্বত্থমা কৃপাচাৰ্য্য কৰ্ণ।
পুত্ৰ সমে ধৃতৰাষ্ট্ৰ আসিলা তেখন॥
স্বামী সঙ্গে আসিলেক আনন্দে গান্ধাৰী।
পুত্ৰ সমে আসিলা বিধুৰা কুন্তী নাৰী॥ ১৬
শোক অপমান হৰ্ষ তিনিকো লভিলা।
পুত্ৰ সমে কুন্তীদেৱী মথুৰা পশিলা॥
নানা দেশহন্তে আইলা ৰাজা নিৰন্তৰ।
পাত্ৰ-মন্ত্ৰী সমে ৰাজা পুত্ৰ বহুত্তৰ॥ ১৭
প্ৰজাৰ আন্দোলে মহী কৰে দলদোপ।
মথুৰা নগৰি সবো আইলা একেযোপ॥
সেহি বেলা আসিলন্ত ঋষি সমস্তয়।
বসিষ্ঠ স্তেবন অত্ৰি ঋষি মহাশয়॥ ১৮।
যাজ্ঞবল্ক ভিমী গৰ্গ ঋষি ভৰদ্বাজ।
বসে পুত্ৰ ধৰ্ম্মজ্ঞ অগস্থি ঋষি সাৰ॥
দেৱল পুলহ পুলস্তি যে ঋষি ৰাজ।
অঙ্গিৰা সৌভৰি ব্যাস শুক নাম যাৰ॥ ১৯
সনক সনন্দ তৃতয় যে সনাতন।
সনত কুমাৰ সমে আইলা চাৰিজন॥
দুৰ্ব্বাসা কৌষিক ৰিশশৃঙ্গ বিভাণ্ডক।
ৰামশৃঙ্গ বামদেৱ গৌতম কৌসিক॥ ২০
শুণৰ্শবক্ৰেতু জতী শুক চাকণিক।
বৃহস্পতি অষ্টাবক্ৰ বামণ বাল্মিক॥
পাৰিভদ্ৰ পেলবৈসম্পায়ন অপৰ।
কাশ্যপ মৰীচি ভৃগু মাৰ্কণ্ডেৱ বৰ॥ ২১
সুমন্ত প্ৰচেত্ৰা বাৎস্যায়ন পুৰজিত।
পানিপাত্ৰ পানিনিকচ যে মধুজিত॥
মাৰ্কণ্ডেয় লোমশ কপিল পৰাসৰ।
সম্বন্ত উতথ্য উশীনৰ ঋষিবৰ॥ ২২
বিশ্বামিত্ৰ সত্যানন্দ মৈত্ৰেয় জাজলি।
উপমন্যু গোৰামুখ বৰুণা তৈত্তিলি॥
কাত্যৈকচ সান্দিপনি শুক্ৰ যোগীশ্বৰ।
আসিলন্ত সিষ্যসমে মুনি নিৰন্তৰ॥ ২৩
বসুদেৱ গৃহে স্থিতি ভৈলন্ত অদিতি।
মথুৰাক আসিলন্ত দৈত্য-মাতৃ দিতি॥
বসুদেৱে সমস্তে মুনিক দেখিলন্ত।
দণ্ডৱতে পৰি স্তুতি নতি কৰিলন্ত॥ ২৪
আত অনন্তৰে ব্ৰহ্মা হংস জানে চড়ি।
হাতে অক্ষ কমণ্ডলু আসিলন্ত লড়ি॥
ৰত্নজানে আসিলন্ত পাৰ্ব্বতী শঙ্কৰ।
নন্দি আদিকৰি আইলা ভূত নিৰন্তৰ॥ ২৫
মহাকাল বিৰভদ্ৰ শুত শুভভদ্ৰক।
মনিভদ্ৰ পাৰিভদ্ৰ গণেশ কাৰ্ত্তিক॥
ঐৰাৱতে সচীসমে আইলা পুৰন্দৰ।
চন্দ্ৰ সূৰ্য্য সমে আইলা মথুৰা নগৰ। ২৬
দ্বাদশ আদিত্য অনন্তক আদি কৰি।
সবে দেৱ আসিলন্ত মথুৰা নগৰি॥

দেখি বসুদেৱে শিৰে কৰিলা বন্দন।
ভক্তি ভাৱে নম্ৰ হুয়া কৰিলা স্তৱন॥ ২৭
বসুদেৱ নিগদতি দেৱৰ জনক।
সৃষ্টিৰ কাৰণ প্ৰভু দেৱ বিধায়ক॥
[illegible] মুনীন্দ্ৰৰ গুৰু সমস্তৰ।
স্বপ্নে যাৰ পাদপদ্ম নোহয় গোচৰ॥ ২৮
শিরক স্মৰণ মাত্ৰে আৰ্ষ্ট নাস হয়।
সমস্তে সঙ্কট তৰি কল্যাণ লভয়॥
দুৰ্গাসমে যোগীন্দ্ৰৰ গুৰু মহেশ্বৰ।
সমস্তৰে গুৰু শিৱ জগত ঈশ্বৰ॥ ২৯
দেৱতাৰ অগ্ৰে পূজ্য দেৱ গণেশ্বৰ।
বিঘ্নৰ নাশক ঈশ জগত ঈশ্বৰ॥
দেৱতা সৱৰ কাৰ্ত্তিকয় সেনাপতি।
দেৱতাৰো পুজাৰ্হ দুৰ্গা ভগৱতী॥ ৩০
মহালক্ষ্মী সৰ্ব্বশক্তি আদিৰে প্ৰকৃতি।
জগত কাৰণী দেৱী মোৰ গৃহে স্থিতি॥
যাক সেৱি নৰগণে বাঞ্চিত লভয়।
মোহোৰ কৃপায়ে হেন দেৱী আসিচয়॥ ৩১
সাক্ষাতে গোচৰ ভৈল মন্দিৰে আমাৰ।
মোৰ কিবা ভাগ্য আছে নজানোহো আৰ॥
কৃত্য-কৃত্য ভৈলো মই সাফল জীৱন।
দুৰ্গা সমে দেৱগণ ভৈলো দৰিশন॥ ৩২
ব্ৰহ্মা হৰ দুৰ্গা দেৱী সৱে দেৱগণ।
পৃথকে পৃথকে বহু কৰিলা স্তৱন॥
দেৱেন্দ্ৰ মুনীন্দ্ৰ বিপ্ৰগণ কৰি সেৱ।
ৰত্ন সিংহাসনে বসুআইলা বসুদেৱ॥ ৩৩
প্ৰীতোকে বসিলা দেৱ মুনি নিৰন্তৰ।
বিধিয়তে পুজিলন্ত কৰিয়া সাদৰ॥
ব্ৰহ্মা আদি কৰি দেৱগণ নিৰন্তৰ।
প্ৰত্যেকে পুজিলা বসু কৰি সমাদৰ॥ ৩৪
মুনি সমস্তকো বসুদেৱে ভক্তি কৰি।
স্তুতি নতি কৰি পুজা কৰিলা সাদৰি॥
ৰত্ন সিংহাসনে বসিলন্ত গৰ্গ ঋষি।
বসুদেৱে পুজিলন্ত পৰম হৰিষি॥ ৩৫
ৰতন প্ৰবাল মুক্তা হিৰা মনি সাৰ।
মানিক্য সুবৰ্ণ শুদ্ধ বস্ত্ৰ অলঙ্কাৰ॥
সুগন্ধ চন্দন মাল্যে কৰিয়া সাদৰ।
বসুদেৱে পুজা কৰিলন্ত নিৰন্তৰ॥ ৩৬
ৰত্নময় সিংহাসনে সবাৰো মধ্যত।
গণেশক বসুআইলা জঙ্ক মণ্ডপত॥
সুবৰ্ণ কলসে আনি সপ্ত-তীৰ্থ জল।
চন্দন পুষ্পেৰে মিশ্ৰ আতি সুসিতল॥ ৩৭
পঞ্চামৃত পঞ্চগব্য পাত্ৰে সুবৰ্ণৰ।
আকাশী গঙ্গাৰ জল পুষ্কৰ তীৰ্থৰ॥
সাত সাগৰৰ জল আনিয়া সকল।
স্নান কৰাইলন্ত বসুদেৱে মহাবল॥ ৩৮
গণেশক স্নান কৰাই পাচে বসুদেৱে।
পাৰিজাত পুষ্প মাল্যে কৰিলন্ত সেৱ॥
ৰত্ন অলঙ্কাৰে অগ্নি শুদ্ধ সুবসন।
ৰত্নৰ আঙুটি ৰথ মাল্য সুশোভন॥ ৩৯
সুগন্ধ চন্দন পুষ্প বসুদেৱে লৈয়া।
বসিলন্ত গনেশক ভকতি কৰিয়া॥
বিঘ্নৰ বাৰক ভগৱন্ত নৰেশ্বৰ।
বসুদেৱে স্তুতি নতি কৰিলা বিস্তৰ॥ ৪০
ব্ৰহ্মবৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ খণ্ডৰ।
গনেশৰ অভিষেক মহা পুৰাণৰ॥
উপনয়নৰ কথা অধ্যায়নৰতি।
ৰাম কৃষ্ণ নাম লৈয়া সাধা নিজগতি॥ ৪১

# শ্ৰীকৃষ্ণৰ উপনয়ন

পদ ॥

নাৰায়ণ বদতি নাৰদ মুনিবৰ।
দেৱকী ৰোহিনী ৰতি অদিতি অপৰ
অসুৰৰ মাতৃ দিতি দেৱী সৰস্বতী।
লোপামুদ্ৰা সাবিত্ৰী অহল্যা অৰুন্ধতী ॥ ৪২
কৃষ্ণ মাতৃ জসোদাক আদিকৰি যত।
পাৰ্ব্বতীক দেখিবাক আসিলা সমস্ত ॥
পৰস্পৰে আলিঙ্গন কৰে নাৰীগণ।
পুনুপুনু পৃতি ভাৱে কৰে সম্ভাষন ॥ ৪৩
দেবীৰ চৰণে মনে প্ৰণাম কৰিলা।
ৰত্নৰ মন্দিৰে তাঙ্ক প্ৰবেশ কৰাইলা ॥
ৰত্ন সিংহাসনে বসুৱাইলা মান্য কৰি।
দেৱকী পুজিলা তাঙ্ক পৰম সাদৰি ॥ ৪৪
পাৰিজাত পুস্প মাল্য ৰত্ন অলঙ্কাৰ।
অগ্নি শুদ্ধ বস্ত্ৰ দিলা কৰি সতকাৰ ॥
ভক্তিকৰি পুজিলন্ত চৰণ পদ্মাত।
সিন্দুৰৰ চন্দনৰ বিন্দু কপালত ॥ ৪৫
সিখত সিন্দুৰ দিলা অতি ভাল কৰি।
কস্তুৰি কুঙ্কুম দিলা কপালে সাদৰি ॥
মিষ্ট অন্ন ভোজন কৰাই বাৰ নাৰী।
সুবাসিত জল দিলা অতি মান্য কৰি ॥ ৪৬
চৰণৰ নখে দিলা আলতা সাদৰি।
কুঙ্কুমে ৰঞ্জিলা তাত অতি ভক্তি কৰি ॥
দেবীক বিঞ্চিলা শ্বেত চামৰক ধৰি।
সন্তোষিলা দেৱকীয়ে স্তুতি নতি কৰি ॥ ৪৭
দেৱ কন্যা মুনি কন্যা নাগ কন্যা চয়।
ৰাজকন্যা বন্ধু নাৰী যিবা আসিচয় ॥

দৈৱকী ৰুক্মিনী আদি কৰি কন্যাগণে।
সবাকো পুজিলা যথাযোগ্য ৰঙ্গমনে ॥ ৪৮
পৰম কৌতুকে নানা বিধ বাদ্যগণ।
মঙ্গল কৰিয়া বজাইলন্ত তেতিক্ষণে ॥
যজ্ঞ কালে চতুৰ্ব্বেদী ব্ৰাহ্মণ ভুঞ্জাইলা।
মথুৰাৰ গ্ৰাম্য দেবী ভৈৰবী পুজিলা ॥ ৪৯
মঙ্গল চণ্ডিকা ষষ্ঠি তাহাঙ্কো পুজিলা।
ষোড়সো পচাৰ দ্ৰব্যগন নিবেদিলা ॥
সুমঙ্গল কৰাইলন্ত পুন্য স্বস্ত্যয়ন।
ব্ৰাহ্মণৰ দ্বাৰা পঢ়াইলন্ত বেদগন। ৫০
দেৱকী ৰোহিনী আদি নাৰী নিৰন্তৰ।
স্বৰ্গ গঙ্গা জলে আনি কুম্ভে সুবৰ্ণৰ ॥
ৰাম কৃষ্ণ দুইকো স্নান কৰাই অনন্তৰ।
বসন চন্দন মালা পিন্ধাইলা সত্বৰ। ৫১
ৰত্নময় অলঙ্কাৰ অতি মনোহৰ।
ৰাম কৃষ্ণ দুইৰো অঙ্গে পিন্ধাইলা বিস্তৰ ॥
মাতৃদণ্ড ভুষন পিন্ধিয়া দুই ভাই।
নৰবৰ বেশ দুইৰো শৰীৰ সুহাই। ৫২
নানা বিধ সুমঙ্গল উৰুলি জোকাৰ।
কৰিলন্ত নাৰী সবে নানা ব্যৱহাৰ ॥
পাচে দেউ মুনিৰাজ সভা প্ৰবেশিলা।
দুইহাঙ্কো দেখিয়া সবে তেখনে উঠিলা ॥ ৫৩
ব্ৰহ্মা সদাশিৱ ধৰ্ম্ম অনন্ত ভাস্কৰ।
কাৰ্ত্তিক গনেশ দেউ মুনি নিৰন্তৰ।
পৃথকে পৃথকে দেৱে স্তুতিক কৰিলা।
জগত ঈশ্বৰ জানি মনে প্ৰবেশিলা ॥ ৫৪
ব্ৰহ্মা নিগদতি কৃষ্ণ জগত ঈশ্বৰ।
তুতিৰ অসাধ্য প্ৰভু বাক্য অগোচৰ ॥
ভক্ত অনুসৰি দেহ ধৰা নাৰায়ণ।
তুতি কৰিবাক নপাৰয় বেদগন ॥ ৫৫
মহাদেৱ নিগদতি নিৰিহ ঈশ্বৰ।
নিৰাকাৰ পৰমাত্মা তুমি সমস্তৰ ॥

দিহীৰ দেহাত তুমি থাকা সৰ্ব্বদাই।
তথাপি দেহাৰ ধৰ্ম্মে নিলিপে সদাই॥ ৫৬
কাৰ্য্য কাৰণৰ সাক্ষী ৰূপ-গুণ শুন্য।
কিমতে কৰিবো তুতি ব্যাপক নিৰ্গুণ॥
অনন্ত বদতি নাথ কিবা জানো আমি।
কোটি কোটি ব্ৰহ্মান্দৰ ইশ তুমি স্বামি॥ ৫৭
বহুতৰ সুখ দিয়া তুমি নাৰায়ণ।
জ্ঞানক নেদেহা কেনে কৰিবো স্তবন॥
দেৱগন বদতি শুনিয়ো যদুপতি।
তুতি কৰিবাক সক্তি নোহে প্ৰজাপতি॥ ৫৮
সক্তি নোহে তুতি কৰিবাক সদাশিৱ।
কেন মতে তুতি আমি কৰোঁ জগজিৱ॥
তুতি কৰিবাক নপাৰয় সৰস্বতী।
অনন্তেয়ো নপাৰয কৰিবাক তুতি॥ ৫৯
আমি তল্প দেৱ চয় প্ৰভু যদুপতি।
তুতিৰ অক্ষম আমি কেনে কৰো তুতি॥
মুনীন্দ্ৰ বদতি প্ৰভু শুনা যদুপতি।
বেদগনে নজানয় তযু লীলা গতি॥ ৬০
বেদে তুতি কৰিবাক নপাৰয় যাক।
নিৰাকাৰ পৰমব্ৰহ্ম বোলয় তোমাক॥
আনো নানা দেৱ মুনি তুতিক কৰিল।
বাহুল্যক ডৰে আমি তাক নিলিখিল॥ ৬১
দেৱমুনি কৃতা মহা পুণ্য এতিস্তৱ।
ভকতি ভাৱে যিতো পঢ়ে নাহি তাৰ ভয়॥
পূজাকালে যিতো পাঢ় হুয়া সাৱহিত।
ইহলোকে সুখ ভুঞ্জি গোলোকত থিত॥ ৬২
মহাজ্ঞান লভি সিতো ৰত্ন জানে চড়ি।
ইশ্বৰ কৃপাত গোলোকত যায় লড়ি॥
ব্ৰহ্মবৈবৰ্ত্তৰ কথা মহা পুৰাণৰ।
শতয়ধ্যায়ৰ পদ অতি মনোহৰ॥ ৬৩
নন্দৰ অঙ্গিনে শোভে মণ্ডল আকাৰ।
কস্তুৰি চন্দনে শোভে দেখি ঝাতিস্কাৰ॥
স্যামল শৰীৰে শোভা কৰে পিতবাস।
সজ্জল মেঘত যেন বিজুলি প্ৰকাশ॥ ৬৪
মেঘত যেহেন বক ভক্তিৰ উদয়।
মালতিৰ মালা সেতিমতে প্ৰকাশয়॥
মেঘ চৰ্ম্ম মৃগঙ্কৰ যেন শোভানয়।
কৃষ্ণৰ আগত দেৱগন সেহি নয়॥ ৬৫
দ্বিভুজ শ্যামলৰূপ অতি মনোহৰ।
অল্পহাস্য সুপ্ৰসন্ন মুখ ৰুচিৰৰ॥
ভক্তৰ কৃপায়ে দেহা ধৰা নাৰায়ণ।
ৰত্নৰ কেয়ুৰ শোভে ৰত্নৰ কঙ্কন॥ ৬৬
ৰত্নৰ নুপুৰ পায়ে কৰয় ৰঞ্জিত।
নানা বিধ অলঙ্কাৰে দেহাতে শোভিত॥
বসুদেৱে দুই ভাইক কোলেতুলি লৈলা।
পিতৃৰ আগত দুয়ো প্ৰকাশ কৰিলা॥ ৬৭
যেবে ভৈল শুভলগ্ন কাল মনোৰম।
সেহিবেলা শুভ গ্ৰহ দেখিলা উত্তম॥
সেতিকালে লগ্নাধিপ লগ্নে ভৈলা থিতি।
পাপগ্ৰহে নেদেখিল লগ্নক তহিতি॥ ৬৮
আনো শুভকাল যেবে ভৈল উপগত।
শুভ কৰ্ম্ম আৰম্ভিলা সেহি সময়ত॥
দেৱ বিপ্ৰ অনুজ্ঞাঁ কৰিয়া কৰি সেৱ।
স্বস্তি বাচনক কৰ্ম্ম কৰি বসুদেৱ॥ ৬৯
দেৱমুনি পোৰোহিত নাম সাৱধান।
শতেক সুৱৰ্ণ ব্ৰাহ্মণক কৰি দান॥
গনেশ দিনেশ অগ্নি সূৰ্য্য মহাদেৱ।
দুৰ্গা সমে পুজিলন্ত পাচে বসুদেৱ॥ ৭০
দেৱৰ সভাত বসু সাক্ষাতে পুজিল।
ভক্তিকৰি সোড়ষ প্ৰচাৰ দ্ৰব্য দিল॥
বেদ মন্ত্ৰে পুত্ৰ দুইৰো অধিবাস কৰি।
দিগপাল নৱগ্ৰহ পুজিলা সাদৰি॥ ৭১
ষোড়স মাতৃক পুজিলন্ত বহুতৰ।
পঞ্চ উপচাৰ দিলা কৰিয়া সাদৰ॥

পাচে যসোদাৰ ঘৃতে সাতবাৰ দিলা।
পাচে বসুদেৱে বৃদ্ধি শ্ৰাদ্ধক কৰিলা॥ ৭২
কুসণ্ডি সহিতে হোম যজ্ঞ আৰম্ভিলা।
অগ্ৰে ৰাম কৃষ্ণ দুইকো যজ্ঞ সুত্ৰ দিলা॥
তাত পাছে সান্দিপনি গুৰু মহাশয়।
দুই ভাইক গায়ত্ৰি শিকাইলা যেন হয়॥ ৭৩
প্ৰথমে পাৰ্ব্বতী দেবী ভিক্ষা আনি দিলা।
ৰাম কৃষ্ণে সিতো ভিক্ষা গ্ৰহন কৰিলা॥
হিৰা সাৰে বিনিৰ্ম্মিত ৰত্ন পাত্ৰবৰে।
মুকুতা মানিক্য হিৰা পাত্ৰৰ উপৰে॥ ৭৪
পুৰ্ব্বে পিতৃগনে পাত্ৰ পাৰ্ব্বতীক দিলা।
সেহি ভিক্ষা পাত্ৰ দেৱী কৃষ্ণত অৰ্পিলা।
শুভাশীষ সমে মনে সুবৰ্ণকো দিলা।
কৃষ্ণক আশ্বাসি দেবী সমিপে চাহিলা॥ ৭৫
তাত পাচে সচীদেৱী ভিক্ষাক দিলন্ত।
নানা ৰত্নময় ভিক্ষা দুইভায়ে লৈলন্ত॥
বৰুনৰ ভাৰ্য্যা পৱনৰ কুবেৰৰ।
অগ্নি ভাৰ্য্যা স্বাহা দেৱী ৰুহিনী চন্দ্ৰৰ॥ ৭৬
সুৰ্য্যৰ কামিনীসজ্ঞাঁ কামৰ যে ৰতি।
আনো দেৱ ভাৰ্য্যাচয় দেৱী বসুমতী॥
দেৱকন্যা ৰাজকন্যা নাগকন্যা চয়।
সমস্তে দিলন্ত ভিক্ষা লৈলা কৃপাময়॥ ৭৭
প্ৰত্যেকে দিলন্ত ভিক্ষা ৰতনে ভূষিত।
বলোভদ্ৰ সমে কৃষ্ণে লৈলন্ত ত্বৰিত॥
কিছু ভিক্ষা দিলা গৰ্গঋষিক দুই ভাই।
কিছু ভিক্ষা দিলা সান্দিপনিক সিঠাই॥ ৭৮
বৈদিক কৰ্ম্মক কৰি পাচে বসুদেৱ।
গৰ্গক দক্ষিণা দিলা তাঙ্ক কৰি সেৱ॥
দেৱতা সবক ভুঞ্জাইলন্ত নিৰন্তৰ।
ব্ৰাহ্মনক ভুঞ্জাইলন্ত কৰিয়া সাদৰ॥ ৭৯
দেৱ মুনি সমস্তক দক্ষিণা দিলন্ত।
আশীৰ্ব্বাদ কৰি সবে গৃহক গৈলন্ত॥
পুত্ৰৰ কল্যান হেতু বহু কৰি মান।
নানা ৰত্ন মনি সুৰ্ব্বৰ্ণক দিলা দান॥ ৮০
মুকুতা মানিক হিৰা ৰজত অপাৰ।
অমৃত সমান অন্ন দিলা জাতিস্কাৰ॥
ভিক্ষুক সন্ন্যাসী ভট্ট ব্ৰাহ্মনক লাগি।
সমস্তকে দিলা বসুদেৱে মহা ভাগি॥ ৮১
মহোৎসব বেদপাঠ অনেক কৰাইলা।
হৰিৰ মঙ্গল নাম তহাঙ্কো পঢ়াইলা॥
ব্ৰাহ্মণ ভোজন কৰিলন্ত যত্ন কৰি।
জ্ঞাতি বন্ধু বান্ধবকো কৰিলা সাদৰি॥ ৮২
মুকুতা মাণিক্য ৰত্ন বস্ত্ৰ অলঙ্কাৰ।
সমস্তকে দিলা দান কৰি সৎকাৰ॥
সেবে ভৈলা শুভকৰ্ম্ম জজ্ঞ সমাপত।
জসোদা সহিতে নন্দ বিহ্বল ভৈলন্ত॥ ৮৩
ৰাম কৃষ্ণ দুই ভাইক কোলাত কৰিয়া।
পুনু পুনু চুম্বনক মুখ পদ্ম দিয়া॥
মহা শোকে জসোদা সহিতে নন্দৰাই
উচ্চ কৰি কান্দিলন্ত গুণক বৰ্ণাই॥ ৮৪
সেহিবেলা কৃষ্ণ দেৱে আশ্বাস কৰিলা।
নানাবিধ বোধ জ্ঞানে দুহাঙ্কো বুঝাইলা॥
কৃষ্ণ নিগদতি মাতৃ নন্দ মহাশয়।
কালে সঙ্গ যোগ কৰে ভেদকো কৰয়॥ ৮৫
মাতৃৰ সমন্ধি পিতৃ জ্ঞান মহাশয়।
সমস্তে কহিবা গৈয়া জ্ঞানৰ নিৰ্ণয়॥
চিৰকালে হৈবা তুমি মোহোৰ দৰ্শণ।
জ্ঞানক লভিয়া মোক চিন্তা অনুক্ষন॥ ৮৬
হেনয় বোধক দিয়া দেৱ নাৰায়ণ।
বসুদেৱ সভাক গৈলন্ত ততিক্ষন॥
বসুদেৱ আজ্ঞা লৈয়া ৰাম যদুপতি।
সান্দিপানি ঋষিৰ গৃহক কৈলা গতি॥ ৮৭
বসুদেৱ দৈৱকীক কৰি সম্ভাষন।
নন্দ যসোদাক বুলি বিনয় বচন॥

হৃদয় ব্যাকুল নন্দ যসোদা সহিতি।
গোকুলে যাইবাক পাচে কৰিলন্ত চিন্তি ॥ ৮৮
সেহি সময়ত বসুদেৱ মহীমানি।
মনি মুক্তা মানিক্য সুবৰ্ণ দিলে আনি ॥
অগ্নি শুদ্ধ বস্ত্ৰ হিৰা ৰত্ন আদি কৰি।
নন্দ যসোদাক বস্তু দিলন্ত সাদৰি ॥ ৮৯
শ্বেত অশ্বগজেন্দ্ৰ সুবৰ্ণ ৰথ সাৰ।
বসুদেৱে আনো দ্ৰব্য দিলন্ত অপাৰ ॥
অক্ৰুৰ উদ্ধৱ আদিকৰি বন্ধু গনে।
নানা দ্ৰব্য ধন ৰত্ন দিলা ৰঙ্গ মনে ॥ ৯০
বসুদেৱ অক্ৰুৰ উদ্ধৱ মহামন্ত।
দৈৱকী সহিতে নাৰীগন চলিলন্ত।
নন্দ যসোদাক আগ বাঢ়ি সবে গৈলা।
মনত বিষাদে কতো দূৰে গৈয়া ৰৈলা ॥ ৯১
নন্দ যে যসোদা গোপ গোপী নিৰন্তৰ।
কালিন্দ্ৰী নিকট পায়া কান্দিলা বিস্তৰ ॥
সবেয়ো পসিল গৈয়া গোকুল নগৰি।
কৃষ্ণক চিন্তিয়া ৰৈলা অতি শোক কৰি ॥ ৯২
পুত্ৰ শোকে কুন্তীদেবি সবে বিয়াকুল।
বসুদেৱে মনি ৰত্ন দিলন্ত বিপুল ॥
আপোনাৰ স্থানে চলি গৈলা কুন্তীসতি।
মহোৎসৱ যজ্ঞ যেবে ভৈলা সমাপতি ॥ ৯৩
ব্ৰহ্মবৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ খণ্ডৰ।
উপনয়নৰ কথা অতি মনোহৰ ॥
একাধিক শত অধ্যায়ৰ মনোৰম
ইহাক শুনিয়া পাইবা গোলোক উত্তম ॥ ৯৪
নিৰন্তৰে স্মৰে নৰে হৰি আন কাম।
সংসাৰ তৰিবা যেবে বোলা ৰামৰাম ॥

---

## সান্দিপনিৰ আশ্ৰমত শ্ৰীকৃষ্ণ বলোৰামৰ বিদ্যা শিক্ষা।

### পদ।

নাৰায়ণ বদতি নাৰদ মুনিবৰ।
কহো আৰো কৃষ্ণকথা শুনা আত্তপৰ ॥ ৯৫
ৰাম কৃষ্ণ সান্দিপনি গৃহক চলিলা।
সান্দিপনি তানভাৰ্য্যা দুহাঙ্কো নমিলা ॥
ৰত্নমনি দিয়া দুইহাঙ্কো প্ৰনমিলা।
দুয়ো ভাইক সান্দিপনি আশীৰ্ব্বাদ দিলা ॥ ৯৬
গুৰুক প্ৰনামি পাচে দেৱ নাৰায়ণ।
বিনয় পুৰ্ব্বক হৰি বুলিলা বচন ॥
বিদ্যা লভিবাক মনে আইলো মহামতি।
বাঞ্চিত বিদ্যাক দান কৰিও সম্প্ৰতি ॥ ৯৭
যেবে বিদ্যা ভিক্ষা কৰিলন্ত যদুপতি।
পৰম আনন্দে ঋষি কৰিলন্ত তুতি ॥
সান্দিপনি নিগদতি তুমি নিৰাকাৰ।
পৰমাত্মা পৰব্ৰহ্ম ধৰিছা সংকাৰ ॥ ৯৮
পৰন্ধাম পৰমীশ সমস্ততে পৰ।
মোহৰ সমক্ষি তুষ্ট হুয়ো মহেশ্বৰ ॥
পুৰান পুৰুষ শ্ৰেষ্ঠ পুৰুষ উত্তম।
তোমাক ভজনে নাহি কয় পুনু জন্ম ॥ ৯৯
নিৰাকাৰ নিৰিহ নিৰ্গুন নাৰায়ণ।
স্বেচ্ছাময় জ্যোতিৰূপ তুমি নিৰঞ্জন ॥
ভক্তৰ কাৰণে দেহ তযু বিৰৰ্দ্ধন।
ভক্ত বাঞ্চা কল্পতৰু দৈৱকী নন্দন ॥ ১০০
মায়াকৰি বালৰূপ ধৰিছা এখন।
ব্ৰহ্মাহৰ অনন্তেয়ো কৰয় বন্দন ॥
ভুমি ভাৰ হৰিবাক দেৱ নাৰায়ন।
ইতো ৰূপ ধৰি আছা জগত কাৰণ ॥ ১০১
দ্বিভূজ মুকলি হাতে স্যামল সুন্দৰ।
চন্দনে লিপিত সৰ্ব্ব অঙ্গ মনোহৰ ॥

মুখে অল্প হাঁস পিত বসনে ভূষিত।
পঞ্চবৰ্ণ বনমালা শ্ৰীবৎসে শোভিত॥ ১০২
গলত কৌস্তুভ মণি কৰয় শোভিত।
আলতায়ে পাদ পদ্ম কৰিচে ৰঞ্জিত॥
অমূল্য ৰত্নৰ অলঙ্কাৰ সোশোভন।
কোটি কন্দৰ্পক নিন্দি কৰয় ৰঞ্জন॥ ১০৩
দেৱ দেৱ জগন্নাথ ত্ৰৈলোক্য মোহন।
ৰৰদৰো ৰৰদাতা তুমি নাৰায়ন॥
বেদৰ জনক যিতো তাহাৰ কাৰণ।
লোকৰ শিক্ষাৰ অৰ্থে তোমাৰ গমন॥ ১০৪
মোহোৰ পুত্ৰিৰ অৰ্থে তযু আগমন।
পাঠ অৰ্থ তযু মোৰ মোক্ষৰ কাৰণ॥
আত্মাৰাম পৰিপূৰ্ন বিভু নাৰায়ণ।
আজি সে সাফল জন্ম আমাৰ জিৱন॥ ১০৫
প্ৰতিব্ৰতা সাফল সাফল তিৰ্থস্নান।
উপবাস তপ ব্ৰত সাফলয়ে দান॥
মোহোৰ আশ্ৰম প্ৰভু ভৈল তিৰ্থপৰ।
তযু পাদ পদ্ম চিহ্ন ভৈলেক গোচৰ॥ ১০৬
তযু পাদ ধূলায়ে পবিত্ৰ গৃহ আতি।
অঙ্গিনাকো পবিত্ৰ কৰিলা যদুপতি॥
তযু পাদ পদ্ম দুই ভৈলো দৰিশন।
এতেকে দুই হানো ভৈল জনম সাফল॥ ১০৭
দুঃখ শোক ভোগ জন্ম কৰ্ম্ম আদি চয়।
ক্ষুধা তৃষ্ণা দম্ভ আদি জতেক আচয়॥
যাৱতে নভজে তযু আকুন চৰন।
যাৱে তযু চৰণক নোহো দৰিশন॥ ১০৮
সেহি কাল দুঃখ আদি সমস্তে থাকয়।
তোমাৰ ভকত বিনে একো নুগুচয়॥
কালৰো যে মহাকাল শ্ৰেষ্ঠাৰো যে, শ্ৰেষ্ঠ॥
তুমি সমস্তৰ মুক্ত্য দাতা সৰ্ব্ব শ্ৰেষ্ঠ॥ ১০৯
কৃপা কৰা কৃপানাথ দৈৱকী নন্দন।
আমি দুইৰো মায়া মোহ কৰিয়ো চেদন॥

স্বামি ভাৰ্য্যা দুয়ো জনে কৰি যাহা তুতি।
দুই হানো সমন্ধি তুষ্ট ভৈলা যদুপতি॥ ১১০
সলোতক স্তুয়া সান্দিপণি ভাৰ্য্যামতী।
কোলাত কৃষ্ণক বৈসাইলন্ত কৰি ভক্তি।
আপোন স্তনক পান কৰাইলা প্ৰেমিত।
পুৰ্ব্বত দৈৱকী দেৱী পিয়াইলা যিমত॥ ১১১
শ্ৰীকৃষ্ণ বদতি মাতৃ কিয় কৰা তুতি।
দুগ্ধ মুখ বলে আমি আতি শিশুমতি॥
মিচাৰূপ প্ৰকৃতিৰ ইতো কলেৱৰ
তেজি দুয়ো যাইবা মোৰ গোলোকনগৰ॥ ১১২
জন্ম মৃত্যু জৰাব্যাধি যিতো দেহে নাই
নিত্য সনাতন দেহ ধৰি সমুদাই॥
এহি বুলি কৃষ্ণ দেৱ ভৈলা নিশবদ।
এক মাসে চাৰিবেদ পঢ়িলা সম্পদ॥ ১১৩
আনো নানা সাস্ত্ৰ পঢ়াইলন্ত মুনিবৰ।
চতুঃ ষষ্টি কলাকো শিখাইলা ৰুচিকৰ।
ৰাম কৃষ্ণ দুয়ো ভাই ভক্তি ভাৱ কৰি।
পঢ়িলন্ত সাস্ত্ৰ গন গুৰুক সাদৰি॥ ১১৪
মৃতক পুত্ৰক আনি দক্ষিণা দিলন্ত।
ভাৰ্য্যাসমে সান্দিপণি আনন্দে লৈলন্ত॥
পঞ্চলক্ষ মনি তিনি লক্ষ ৰতনৰ।
চাৰিলক্ষ হিৰা দিলা আতি মনোহৰ॥ ১১৫
পঞ্চ লক্ষ মুক্তা দুই লক্ষ মানিকৰ।
ত্ৰৌলোক্য দুৰ্ল্লভ বস্ত্ৰ দিলা ৰুচিকৰ॥
দুৰ্গাদেৱী যিতো হাড় কৃষ্ণত অৰ্পিলা।
ৰত্নৰ আঙুষ্ঠি সমে সেহি হাড় দিলা॥ ১১৬
সুবৰ্ণৰ দশকোটি দক্ষিনা দিলন্ত।
দুয়োভাই গুৰু গাৰে পাচে নমিলন্ত॥
অমুল্য ৰত্নৰ অলঙ্কাৰ সোশোভন।
গুৰুৰ ভাৰ্য্যাক দিলা নাৰীৰ ভূষণ॥ ১১৭
অগ্নি শুদ্ধ বস্ত্ৰ দুই আতি মনোহৰ।
গুৰুৰ পুত্ৰীক দিলা দেখিতে সুন্দৰ॥

মুনিয়ো পুত্ৰক বন্ধ্যা বিবাহ কৰাইলা।
ৰাম কৃষ্ণ যত দ্ৰব্য পুত্ৰক অৰ্পিলা॥ ১১৮
তাতে পাছে গোলোকৰ বিমান আসিলা।
ভাৰ্য্যা সমে মুনি গোলোকক চলি গৈলা।
[illegible] ইতো কথা শ্ৰদ্ধায়ে শুনয়।
কৃষ্ণত ভকতি বাঢ়ে নাহিকে সংশয়॥ ১১৯
শুনা সভাসদ পদ পৰিহৰি কাম।
একেক চাৰিভোক ডাকি বোলা ৰাম ৰাম॥

---

## শ্ৰীকৃষ্ণৰ আজ্ঞাত দেৱতা সকলৰ আগমন। ছবি॥

নাৰায়ণ নিগদতি শুনা ঋষি মহামতি
দ্বাৰকা বৰ্ণন কথা সাৰ।
ৰাম কৃষ্ণ দুয়ো ভাই পাচ শাস্ত্ৰ সমুদাই
মথুৰা পশিলা পুনুৰ্ব্বাৰ॥ ১২০
ৰাম কৃষ্ণ ভগৱন্ত পিতৃ মাতৃ নমিলন্ত
ভক্তি ভাৱে প্ৰণাম কৰিলা।
পাছে ৰাম নাৰায়ণ বট মূলে সুশোভন
তাৰ তলে দোভায়ো বসিলা॥ ১২১
পৰম সাদৰ কৰি করুনাসাগৰে হৰি
মনত স্মৰিলা যেতিক্ষন।
স্বামীৰ আজ্ঞাক জানি সমুদ্ৰয়ে মহামানি
আগে আসি ভৈল উপসন্ন। ১২২
বিশ্ব কৰ্ম্ম দেৱতাক স্মৰিলন্ত পুনুৰ্ব্বাৰ
স্মৰিলন্ত চক্ৰ সুদৰ্শন
কৌমদকী মহাগদা স্মৰিলন্ত কৃষ্ণে তদা
স্মৰিলন্ত সংখ পাঞ্চজন্য॥ ১২৩
বৈকুণ্ঠৰ পৰা নামি কৃষ্ণৰ সামপে আসি
কৃষ্ণ সমিপত ৰহিলন্ত।
কোটি সূৰ্য্য কান্তি সম প্ৰকাশয় নিৰুপম
সুদৰ্শণ চক্ৰ আসিলন্ত॥ ১২৪
তেজে চক্ৰ হৰিতুল্য নাহিকে সমান মূল্য
বৈৰিগন কৰে বিমৰ্দ্দন।
অস্ত্ৰ সাস্ত্ৰ বাৰ্থ নাই প্ৰকাশন্ত সমুদাই
দেখি তুষ্ট ভৈলা নাৰায়ণ॥ ১২৫
ৰত্নযান আগকৰি গৰুড় আসিলা বৰি
কৃষ্ণক প্ৰনামি ৰহিলন্ত।
বিশ্বকৰ্ম্ম সিন্ধু সমে আজ্ঞা মানি নিৰুপমে
কৰ্ম্মী সিন্ধুপতি আসিলন্ত। ১২৬
শিৰে দণ্ডৱতে পড়ি প্ৰনামিলা ভক্তি কৰি
পুনৰপি প্ৰনাম কৰিলা।
মুখে অল্প হাস্যকাৰ সাদৰিয়া দেৱহৰি
সবাকাক্ষে বচন বুলিলা॥ ১২৭
কৃষ্ণে বোলে সিন্ধুপতি স্থান দিয়া মহামতি
সাজিবাক মোহোৰ নগৰ।
শতেক যোজন সাৰ ভূমি দিয়া মোক ব্ৰাড়
তৈবে তাত পুৰ মনোহৰ॥ ১২৮
হে বিশ্বকৰ্ম্মসাৰ মোৰ নগৰক আৰ
নিৰ্ম্মান কৰিবো ভালকৰি।
তিনিলোকে যেন নাই নগৰক নিৰ্ম্মা যাই
বিলম্বক তুমি পৰিহৰি॥ ১২৯
বাঞ্চা যাই যেন স্ত্ৰাৰ সমস্তৰে মনোহৰ
ভক্তৰ বাঞ্চিত ৰুচিকৰ।
সমস্তে স্বৰ্গত কৰি শ্ৰেষ্ঠপুৰ নিৰ্ম্মিয়োক
বৈকুণ্ঠ সদৃশ মনোহৰ॥ ১৩০
পক্ষী গন মধ্যে সাৰ গৰুড় মোহোৰ যান
মোৰ আজ্ঞা ধৰা পক্ষীবৰ।
বিশ্বকৰ্ম্ম সমিপত দিনত নিশাত থাকা
যাৱে নোহে দ্বাৰকা নগৰ। ১৩১
দিনত নিশাত মোৰ সমিপত চক্ৰঘোড
স্থিত হুয়া থাকা সৰ্ব্বদাই।
কৃষ্ণক প্ৰনাম কৰি কৃষ্ণ আজ্ঞা শিৰে ধৰি
চক্ৰো ৰহিলন্ত সেহি ঠাই॥ ১৩২

সমুদ্ৰেয়ো স্থান দিয়া ৰাম কৃষ্ণ প্ৰনামিয়া
চলি গৈল আপোন নগৰি।
বিশ্বকৰ্ম্ম সমিপত গৰুড়েও ৰহিলন্ত
কৃষ্ণ আজ্ঞা শিৰোগত কৰি॥ ১৩৩
কৌমদকী গদা সাৰ পাঞ্চ জন্য সংখৱৰ
কৃষ্ণৰ সমিপে ৰহিলন্ত।
দাৰুকে সহিতে ৰথ ৰহিলন্ত মনোগত
কৃষ্ণক সদায় ৰহিলন্ত। ১৩৪
শুনা নৰ নাৰী লোক কৃষ্ণ পদে ভজিয়োক
তেজিয়োক বিষয়ৰ কাম।
পাতকৰ বৃন্দাসাৰ কৃষ্ণ নাম কৰা সাৰ
ডাকি সবে বোলা ৰাম ৰাম॥ ১৩৫

---

## দ্বাৰকা নগৰ নিৰ্ম্মান।

পদ।

যৱনক আগকৰি জৰাসন্ধ ৰাজা।
আসিয়া ভৈলেক আগে অক্ষৌহিনি প্ৰজা॥
মুচকুন্দ দ্বাৰা হৰি যৱন মাৰিলা।
পাছে জৰাসন্ধ সন্য সকলো বধিলা॥ ১৩৬
জৰাসন্ধ জিনি যেবে মাধৱে আছন্ত॥
তেহি বেলা বিশ্বকৰ্ম্মে স্তুতিক কৰন্ত।
সলোতক ভক্তিভাৱে পুলক শৰীৰ।
কৃতাঞ্জলি কৰি বানি বুলিলা ৰচিৰ॥ ১৩৭
বিশ্বকৰ্ম্ম নিগদতি জগত ঈশ্বৰ।
যতেক যোযান পন্থ নিৰ্ম্মাবো নগৰ॥
ইন্দ্ৰনীল মৰকত পদ্মৰাগ ৰচক।
পদ্মৰাগ পাৰিভদ্ৰ মণি স্যমন্তক॥ ১৩৮
চন্দ্ৰকান্ত সূৰ্য্যকান্ত নিৰ্ম্মলিম গন্ধক।
নানা সুমঙ্গল মণি দিবোহো ফটিক॥
হালধীয়া বৰ্ণ-মালী গোৰখ্য শুস্থাম।
গোৰোচনা বৰ্ণ কতো পিত অনুপাম॥ ১৩৯
ডাড়িম্বৰ বিজ সম বৰ্ণ মনোহৰ।
পদ্মবিজ সমকতো মণি ৰুচিকৰ॥
নীল বৰ্ণ কতো মণি বৰ্ণ কমলৰ।
পৰম উজ্জ্বল মণি বৰ্ণ কাজলৰ॥ ১৪০
শ্বেত চম্পকৰ বৰ্ণ মণি মনোহৰ।
কতোমণি বৰ্ণ হোৱে তপ্ত কাঞ্চনৰ॥
স্বৰ্ণ শত মুক্তাহাৰে একৈক মণিৰ।
অঙ্কৰক্ত মণি কতো পৰম ৰুচিৰ॥ ১৪১
হীৰা মুক্তা মাণিক ৰজত স্থান সাৰ।
যথা যোগ্য যেনমতে গৃহ আপোনাৰ॥
মণিময় যেত স্থান কৰিয়ো নিৰ্ম্মান।
সমস্তে স্থানৰ কথা কৰিবো বিধান॥ ১৪২
দিন নিশা অৱসানে কৰিবো নিৰ্ম্মান।
কহিয়োক প্ৰভু যেন হোৱে স্থান থান॥
যাৰতে নিৰ্ম্মান কৰো দ্বাৰকা নগৰ।
আদি স্থিতি হয়া বোধ দিবা দামোদৰ॥ ১৪৩
আৰ অনন্তৰে যক্ষ কুবেৰে পাঠিলা।
সাতলক্ষ যক্ষ আসি তেখনে মিলিলা॥
কৈলাসৰ পৰা হৰে আদেশ কৰিলা।
বেতাল কুষ্মাণ্ড লক্ষ লক্ষ আসি গৈলা॥ ১৪৪
পাৰ্ব্বতী গোসানী পাছে পাঠিয়া দিলন্ত।
দৈত্য যে দানৱ গন আইল অপাযন্ত॥
কৃষ্ণ নিগদতি বিশ্বকৰ্ম্ম শুনা সাৰ।
ষৈধেক মোহোৰ ভাৰ্য্যা ষোড়স হাজাৰ।১৪৫
অষ্টাধিক শত পত্নী অতি মনোৰম।
তাসম্বাৰ দিবা গৃহ কৰা নিৰোপম।
গড়ৰ নিয়ম নিৰ্ম্মিবাহা উচ্চ কৰি।
তাহাৰ পৰীক্ষা দিবা লংঘিবে নপাৰি॥১৪৬
অভ্যান্তৰ কৰিবাহা সক্ৰৰ দুৰ্গম।
মণিময় ৰত্ন ময় কৰিয়ো উত্তম॥
দ্বাদশ দ্বাদশ দিবা সেতু ভালমত।
সিংহ দ্বাৰ নিৰ্ম্মিবাহ গড়ৰ অগ্ৰত॥ ১৪৭

কৃত্ৰিম কৰিয়া দিবা কপাট বিস্তৰ।
চিত্ৰ ও বিচিত্ৰ বাৰবাহা মনোহৰ॥
নিষিদ্ধ বৃক্ষক নলগাইবা আশ্ৰমত।
প্ৰসিদ্ধ সুবৃক্ষ নিয়োযিবাহা গৃহত॥ ১৪৮
ভালমতে কৰিবাহা মন্দিৰ সুন্দৰ।
অঙ্গনাক নিৰ্ম্মিবাহা কৰি মনোহৰ॥
যাদৱৰো আশ্ৰম কৰিবা ভাল মত।
দাসৰো নিৰ্ম্মিবা গৃহ সেহি আশ্ৰমত॥ ১৪৯
সমস্তাতে কৰি উগ্ৰসেনৰ নিলয়।
কৰিবাহা সাৱধানে গৃহ ৰত্নময়॥
মোৰ পিতৃ বসুদেৱ সবাতে উত্তম।
নিৰ্ম্মিবাহা ভাল কৰি তাহান আশ্ৰম॥ ১৫০
বিশ্বকৰ্ম্মা নিগদতি প্ৰভু নাৰায়ণ।
কোন কোন বৃক্ষ ভাল গৃহৰ কাৰণ॥
কোন বৃক্ষ সমুদাই অশুভ কৰয়।
গৃহৰ কোনবা দিশে জলভদ্ৰ হয়॥ ১৫১
কোনবা দিশত জলে অভদ্ৰ কৰয়।
গৃহৰ কোনবা দিশে সদাকৰে ভয়।
গৃহৰ কোনবা দিশে বৃক্ষ ভদ্ৰ হয়।
কোনবা দিশত অমঙ্গলক কৰয়॥ ১৫২
দীৰ্ঘে প্ৰস্তে হৱে যেন গৃহৰ প্ৰমান।
অঙ্গিনাৰ যেন মান কহ ভগবান॥
কোন দিশে গৃহৰ কৰিবো পুষ্পবাৰি।
গড়ৰ প্ৰমানি মোত কহিয়ো মুৰাৰি॥ ১৫৩
খাৰৈৰ প্ৰমান আৰু দ্বাৰৰ প্ৰমান।
সমস্তকে কহা মোক দেৱ ভগবান॥
কোন বৃক্ষ-কাষ্ঠ হৱে প্ৰসস্ত গৃহত।
কোন বৃক্ষ কাষ্ঠ অমঙ্গলে অপ্ৰসস্ত॥ ১৫৪
যদি যোগ্য হওঁ আমি প্ৰভু নাৰায়ণ
সমস্তে কহিয়োঁ শুভ অশুভ কাৰণ॥
ভগৱন্ত নিগদতি বিশ্বকৰ্ম্মা সাৰ।
শুভাশুভ বৃক্ষ কথা কৰিবো প্ৰচাৰ॥ ১৫৫

গৃহৰ আশ্ৰমে নাড়িকল শুভ হয়।
গৃহৰ ঐশান পুৰ্ব্বে পুত্ৰক দিৱয়॥
পলশ জামৰ বিল্ব বদৰি থাকয়।
পুৰ্ব্বে পুত্ৰ বৃদ্ধি দক্ষিণত ধন হয়? ॥ ১৫৬
এহি বৃক্ষসৱ যদি আশ্ৰমে থাকয়।
গৃহৰ সম্পতি হৱে জানিবা নিশ্চয়॥
আম জাম ডালিম্ব কদলি বৃক্ষ চয়।
পুৰ্ব্বে বৃক্ষ হয় দক্ষিণত মিত্ৰ হয়॥ ১৫৭
সমস্তে বৃক্ষক শুভ ফলক দিৱয়।
সুত ধন প্ৰাপ্তি কৰে এহি বৃক্ষচয়॥
গুৱা বৃক্ষে হৰ্ষ দিয়ে পছিমে দক্ষিনে।
আন দিশে শুভ সুখ কৰয় ইশানে॥ ১৫৮
সৰ্ব্ব দিশে চম্পা বৃক্ষে শুভক দিৱয়।
অলাবু কুস্মাণ্ড দুয়ো গৃহে শুভ হয়॥
খৰমুজা চিণ্ডাল বাৰিত শুভ হয়।
বাৰ্ত্তাকি বেহুৱা শুভ ফলক দিৱয়॥ ১৫৯
প্ৰসস্ত বৃক্ষৰ কথা কহিলোহো সাৰ।
নিষিদ্ধ বৃক্ষৰ কথা কহো শুনা আৰ॥
বন বৃক্ষ নিসিদ্ধ হোৱয় আশ্ৰমত।
নগৰে নিসিদ্ধ আতি নিসিদ্ধ গৃহত॥ ১৬০
বট বৃক্ষ গৃহে আতি নিসিদ্ধ কৰয়।
বাৰিত থাকিলে চোৰ ভয় সদা হয়॥
গ্ৰাম মাঝে নগৰত নাহিকয় ভয়।
দৰ্শণত পুণ্য হোৱে নাহিকে সংশয়॥ ১৬১
নিসিদ্ধ শিমলু বৃক্ষ পুৰ নগৰত।
সততে দুঃখক দিয়ে বাৰি প্ৰদেশত॥
বাৰিতো নিসিদ্ধ গৃহে সদা হোৱে ভয়।
এতেকে শিমলু বৃক্ষ তেজিবে লাগয়॥ ১৬২
ধনহানি পুত্ৰ হানি শাল্মলি কৰয়।
বাৰি মধ্যে সবে তাক নিসিদ্ধ কৰয়॥
তেন্তেলি বৃক্ষক সদা বৰ্জ্জিবা নিশ্চয়।
ধন হানি পুত্ৰ হানি কৰে নানা ভয়॥ ১৬৩

সংস্কৃত কৰিয়া দিব্য পৰীক্ষা দুৱাৰ ।
শত্ৰুৰ অগম্য যেন কৰিবেক সাৰ ॥
মিত্ৰৰ সুগম কৰি ৰাখিবেক সাৰ ।
নগৰৰ মাজে যান ৰক্ষক সবাৰ ॥ ১৮০
শাখলি তেতেলি হিন্তালয়ে সিন্দুৰৰ ।
বট লোম ধুতুৰা পেৰণ্ডা উড়ুম্বৰ ॥
এতি বৃক্ষ কাষ্ঠ গৃহে নিসিদ্ধ হোৱয় ।
বজ্ৰাঘাত ভয়ে কাষ্ঠ পৰিবা নিশ্চয় ॥ ১৮১
পুত্ৰ ধন দাৰা হানি সি পুৰুষ কৰয় ।
এতেকেসে তেহি বৃক্ষ বাৰ্জিবে লাগয় ॥
বিশ্বকৰ্ম্মা আগে যেবে প্ৰভু ভগৱন্ত ।
গৃহ নগৰৰ কথা কহিয়া আছন্ত ॥ ১৮২
তাৰ অনন্তৰে কথা শুনা মুনিবৰ ।
সমুদ্ৰ সমীপে বট মূল মনোহৰ ॥
তাৰ তলে নিশা শিল্প অনুগে সহিতে ।
গৰুড় সুতিলা বিশ্বকৰ্ম্মা সমীপেতে ॥ ১৮৩
স্বপ্নে দ্বাৰৱতি পুৰ গৰুড়ে দেখিলা ।
বিশ্বকৰ্ম্মা আগে যেন মতে কহি কৈলা ॥
নিমন্ত পক্ষীগণ যেন মতে নগৰৰ ।
প্ৰতীতে দেখিলন্ত সমস্ত গৰুড় ॥ ১৮৪
প্ৰভাতে দ্বাৰকা দেখি গৰুড় মহন্ত ।
শিল্পীগণ সমে বিশ্বকৰ্ম্মাক হাসন্ত ॥
গৰুড় সহিতে পক্ষীগণ নিৰন্তৰ ।
বৃদ্ধিয়েবে দেখিলন্ত দ্বাৰকা নগৰ ॥ ১৮৫
ব্ৰহ্মা আদি কৰি শত দেৱৰ নগৰ ।
সবাতে কৰিয়া শ্ৰেষ্ঠ আতি মনোহৰ ॥
শতেক সূৰ্য্যৰ সম কান্তি মনোৰম ।
ৰত্ন ময় গৃহ চয় সবাতে উত্তম ॥ ১৮৬
অমৰাৱতি পুৰ যিতো ইন্দ্ৰৰ নগৰ ।
দ্বাৰকাৰ শ্ৰীয়ে নিন্দে নাহি পটন্তৰ ॥
হেনয় দ্বাৰকা পুৰ গৰুড়ে দেখিলা ।
সিল্পী সমে বিশ্ব কৰ্ম্মা মহালজ্জা পাইলা ॥ ১৮৭

ব্ৰহ্মবৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ খণ্ডৰ ।
দ্বাৰকা নিৰ্ম্মান কথা মহা পুৰানৰ ॥
দ্বিতীয় অধিক শত অধিক উত্তম ।
শ্ৰৱন কীৰ্ত্তন কৰি হৰা নৰোত্তম ॥ ১৮৮
সমস্তে সমাজে লজ্জা তেজি আন কাম
গোলক লাভিবা বোলা কৃষ্ণ লৰা নাম ॥

---

## দেৱমুণিসলকৰ দ্বাৰকা নগৰ দৰ্শন।

দুলড়ী

নাৰায়ণে বোলে শুনা মুনিবৰ
কৃষ্ণৰ কথা শোভন ।
আত অনন্তৰে আসিলা উত্তৰে
ব্ৰহ্মা আদি দেৱ গণ ॥ ১৮৯
দুৰ্গা সমে হৰ অনন্ত ভাস্কৰ
ধৰ্ম্মৰাজা হুতাসন ।
কুবেৰ বৰুণ মহেন্দ্ৰ পৱন
যম চন্দ্ৰ ৰুদ্ৰ গণ ॥১৯০
আনো দেৱচয় মুণি সমস্তয়
অষ্ট বসু আসিলন্ত ।
দ্বাদশ আদিত্য আইলা সবে দৈত্য
দেখিবাক ভগৱন্ত ॥ ১৯১
গন্ধৰ্ব্ব কিন্নৰ আদি নিৰন্তৰ
অষ্ট বসু আসিলন্ত ।
দ্বাৰকা নগৰ ৰাম দামোদৰ
দেখিবাক আসিলন্ত ॥ ১৯২
আকাশৰ পৰা বিমানে আসিয়া
বটৰ মূল পাইলন্ত ।
পাছে দেৱগণ ৰাম নাৰায়ণ
দুইকো স্তুতি কৰিলন্ত ॥ ১৯৩
দ্বাৰকা নগৰ আতি মনোহৰ
মুকুতা মানিক কাম ।

ৰত্নে বিৰচিত হীৰায়ে বঞ্জিত
ত্রিভুবনে অনুপাম ॥ ১৯৪
বহল তৃসত যোজন হৰয়
চতুৰশ্র মনোহৰ।
গহিন গম্ভিৰ গড় খাৱৈ সাত
বাঢ়ি আছে নগৰৰ ১৯৫
নৱ গোটা গড় দেখি ভয়ঙ্কৰ
লক্ষ্য কুড়া সৰোবৰ।
পদ্ম অসংখ্যাত ফুলি আছে তাত
শব্দ কৰে মধুকৰ ॥ ১৯৬
তিনি লক্ষ্য পুষ্প উদ্যানে ফুলয়
দেখিতে আতি শোভয়।
ফল পুষ্পগণ তাহাৰ পৱন
সুগন্ধে মন হৰয় ॥ ১৯৭
মন্দ মন্দ কৰি বহয় পৱন
আতিশয় সুগন্ধিত।
চন্দনৰ বায়ু বহয় তথাত
শিতল আতি বঞ্জিত ॥ ১৯৮
নানা তৰুবৰে দ্বাৰকা নগৰে
শোভা কৰে আতিশয়।
নাৰিকল বৃক্ষ শত কৌটি তাত
ফলে সমে প্রকাশয় ॥ ১৯৯
তাৰ চাৰি গুণ গুৱা বৃক্ষ আছে
দেখিতে আতি শোভন।
তাৰ চাৰি গুণ আত্র ও পলাশ
পকি আছে ফলগন ॥ ২০০
অশ্বথ পাকৰি বিল্ল তাল তৰু
বদৰি আমৰা বট।
নানা ৰাও কৰি চটক সকলে
নাদয় বৃক্ষ নিকটে ॥ ২০১
শিমলু কদম্ব জাম্বু বৃক্ষ চয়
নাগ ৰঙা নাগেশ্বৰ।
তেস্তেলি চম্পক বকুল আশোক
জৰিম্ব যে মনোহৰ ॥ ২০২
জামিৰ খাজুৰি অৰ্জ্জুণ কাঞ্চন
হৰিতকি মনোৰম।
আমলক্ষি ডেৱা শাল যে পিয়াল
হিন্তাল বৃক্ষ উত্তম ॥ ২০৩
সিৰিশ কেতিকী তমাল মালতী
সপ্ত পদ্ম সুশোভন।
অসংখ্যাত তাত প্রকাশ কৰয়
নানা বিধ তৰু বন ॥ ২০৪
ৰতনে নিৰ্ম্মিত মানিকে বঞ্জিত
হীৰাৰ কাম বিস্তৰ।
অসংখ্য মন্দিৰ সুন্দৰ ৰুচিৰ
ৰত্নময় মনোহৰ ॥ ২০৫
কতো ৰত্নময় মানিকে ফুলয়
ৰত্ন সয্যা আছে পাৰি।
নানা চিত্র কৰি গৃহৰ উপৰি
ৰত্নকুম্ভ সাৰি সাৰি ॥ ২০৬
কতো মণি ময় প্রকাশ কৰয়
পাতকা তাতে শোভন।
কপট কঠিন শৃংখল হীৰাৰ
চিত্রৰত্ন দ্বাৰ গণ ॥ ২০৭
অতি দৃঢ়তৰ কিলক দ্বাৰৰ
হীৰাৰ কামশোভয়।
জালধীয়া মণি স্তম্ভ আছে গৃহে
অতিশয় প্রকাশয় ॥ ২০৮
ৰত্নে জাতিস্কাৰ গৃহৰ দুৱাৰ
নানা চিত্র আছে কৰি।
অনেক দৰ্প্পণ সূক্ষ্ম বস্ত্ৰগণ
চন্দ্ৰতাপ আছে ভৰি ॥ ২০৯
শ্বেত যে চামৰ অনেক শোভয়
ৰত্নকুম্ভ নানা সাৰি।

ৰত্নময় খাট শোভয় তথাত
ৰত্নশয্যা আছে পাৰি ॥ ২১০
অঙ্গিনা শোভয় কতো মণি ময়
ইন্দ্ৰ নীল পদ্ম ৰাগ।
সিঁধি ৰত্নময় প্ৰকাশ কৰয়
ৰত্নময় ৰাজমাৰ্গ ॥ ২১১
গ্ৰীষ্ম মধ্যাহ্নৰ সূৰ্য্যৰ প্ৰকাশ
জ্বলে তাত ৰত্ন গণ।
গৱাক্ষ বালক জ্বলয় কন্দ্ৰাক্ষ্য
পুতলা তাত শোভন ॥ ২১২
হস্তি ঘোটবৰ সালা মনোহৰ
দেখিতে অতি শোভিত।
হেনয় দ্বাৰকা নগৰ দেখিলা
দেৱ গনে বিস্মৰিত ॥ ২১৩
পৰম বিস্ময় ভৈলা দেৱ চয়
প্ৰভাৱ দেখি কৃষ্ণৰ।
মনত বোলন্ত প্ৰভু ভগৱন্ত
তান কৰ্ম্ম মনোহৰ ॥ ২১৪
শুনা নৰ নাৰী ভজিয়া মুৰাৰি
তেজা বিষয়ৰ কাম।
কৃষ্ণ নাম স্মৰি পাপক সংহৰি
ডাকি বোলা ৰাম ৰাম ॥

---

## যদু বংশৰ আগমন।
## পদ ॥

অতি অনন্তৰে কথা শুনা মুনিবৰ।
বিস্ময় লভিল্যা যেবে দেৱ নিৰন্তৰ ॥ ২১৫
দেখিয়া দ্বাৰকা পুৰ ৰাম দামোদৰ।
প্ৰসন্ন বদন ভৈলা জগত ঈশ্বৰ ॥
সেহি বেলা কৃষ্ণে যদুবংশক স্মৰিলা।
কৃষ্ণ আজ্ঞা জানি সবে তেখনে আসিলা
উগ্ৰসেন বসুদেৱ আদি কৰি যত।
দৈৱকি ৰোহিণী আদি কৰিয়া সমস্ত ॥ ২১৬
কুন্তী মাদ্ৰি সমে পাঞ্চ পাণ্ডুৰ নন্দন।
নন্দ যশোদাক আদি কৰি গোপ গণ ॥
ৰাজেন্দ্ৰ মুনিন্দ্ৰ আদি কৰি সমস্তক।
গন্ধৰ্ব্ব কিন্নৰ আদি অপস্বৰা চয় ॥ ২১৭
বাদ্য ভণ্ড সমে যত যত বিদ্যাধৰী।
নৰ্ত্তক গায়ক ভাট যতেক কিন্নৰী ॥
সবাকে স্মৰিলা মনে দেৱ নাৰায়ণ।
কৃষ্ণৰ সমিপে সবে আসিলা তেখন ॥ ২১৮
বসুদেৱ আসিলন্ত দৈবকি সহিত।
সাদৰ সহিতে উগ্ৰসেন উপস্থিত ॥
গন্ধৰ্ব্ব কিন্নৰ বিদ্যাধৰ নিৰন্তৰ।
বিদ্যাধৰী কিন্নৰী আসিলা বহুতৰ ॥ ২১৯
বাদ্য ভাণ্ড বাদক যে নৰ্ত্তক গায়ন।
ভিক্ষুক গণক আসিলন্ত ভট্ট গন ॥
নানা দেশ হন্তে আইলা ৰাজা নিৰন্তৰ।
বৈশ্য শুদ্ৰ আদি আসিলেক আনো নৰ ॥ ২২০
জতী ব্ৰহ্মচাৰী অৱধুত যে সন্ন্যাসী।
সিদ্ধ মুণি আসিলন্ত সবে তিৰ্থ বাসী ॥
সনক সনন্দ তৃতিয় যে সনাতন।
সনত কুমাৰ সমে আইলা চাৰিজন ॥ ২২১
তিনি কোটি সিষ্য সমে পঞ্চব্ৰজ ঋষি।
তিনি লক্ষ সিষ্য সমে দুৰ্ব্বাসা হৰিষি ॥
তিনি লক্ষ্য সিষ্য সমে কাস্যপ আসিল।
আৰু তিনি লক্ষ্য সমে বাল্মিকি আসিল ॥ ২২২
লক্ষ্য সিষ্যে গৌতমে ত্ৰিকোটি বৃহস্পতি।
ত্ৰিকোটি সিষ্যেৰে আইলা শুক্ৰমহামতি ॥
তিনি লক্ষ্য সিষ্য সমে আইলা ভৰদ্বাজ।
তিনি কোটি সিষ্য অঙ্গিৰা ঋষিৰাজ ॥ ২২৩
তিনিকোটি সিষ্য সমে প্ৰচেত আসিল।
তিনিকোটি সিষ্য লগে বসিষ্ঠ পশিল ॥

লক্ষ্য সিষ্যে আসিলন্ত পুলস্ত অপৰ।
তিনিলক্ষ্যে আসিলন্ত ক্রতু মুনিবৰ ॥ ২২৪
তিনিলক্ষ্য সিষ্যসমে অপৰ পুলস্তি।
তিনিকৌটি•সিষ্যসমে আসিল অগস্তি ॥
কৌটি সিষ্যসমে আইলা অত্রি যে অপৰ।
পঞ্চকৌটি সিষ্যসমে ভৃগুঋষিবৰ ॥ ২২৫
ত্রিতিয় হাজাৰে আইল সতানন্দ ঋষি।
তিনিকৌটি সিষ্যসমে মৰিচ হৰিষি ॥
তিনিকৌটি সিষ্যে ঋষ্যঋঙ্গ বিভাণ্ডক।
কৌটিসিষ্য পলিনি সহস্রে জাজ্ঞবল্ক ॥ ২২৬
তিনিলক্ষ্য কাত্যায়ন আসিল হৰিষি।
তিনিকোটি সিষ্য সমে ব্যাস মহাঋষি ॥
তিনি তিনি কোটি সিষ্যে শুক্র পৰাসৰ
তিনিকোটি কনাদ তৃকোটি শ্রেৱনৰ ॥ ২২৭
তিনি লক্ষ্য সিষ্য সমে গৰ্গ পুৰুহিত।
গাল্লৱ আসিল সিষ্য তৃলক্ষ্য সহিত।
তৃতয় হাজাৰ সমে সৌভৰি আসিলা।
তৃকৌটি সিষ্যবলগে লোমস পসিলা ॥ ২২৮
তিনিকোটি সিষ্যলগে মাকণ্ডেৱৰৰ।
তিনি লক্ষ্য সম্বৰ্ত্ত অসিলা তাতপৰ ॥
সেহিমতে উতথ্যৰ লগে সিষ্যগন।
হাজাৰ তিতয়ে জৈমুনি তপোধন। ২২৯
লক্ষ্য সিষ্যে পৌলঋষি আইলা তাতপৰ।
সহস্রতিতয়ে সুমন্ত যে মুনিবৰ ॥
বৈসম্পায়নৰ সিষ্য জানা সেহিমত।
তিনিকোটি সিষ্য বাম দেৱৰ লগত ॥ ২৩০
জৈগিসব্য লগে সিষ্য ত্রিকোটি আসিলা।
কৌটি সিষ্যে বটু ঋষি তথায়ে বহিলা।
সান্দিপানি দেৱাল আসৱ মুনিবৰ।
ত্রিকোটি তিনিৰো লগে আসিল সত্বৰ ॥ ২৩১
আনো নাৰায়ণী ঋষি গৌলা অনন্তৰ।
তৃকোটি সিষ্যেৰে আইলা নৰ সহোদৰ ॥
লক্ষ্য সিষ্য পঞ্চ সিখ দৈৱলেক সত্বৰ।
তিনিকোটি সিষ্যলগে বিশ্বামিত্রবৰ। ২৩২
তিনিকোটি সিষ্যলগে কশ্যপ মহাঋষি।
তিনিকোটি সিষ্যলগে আস্তিক হৰিষি ॥
তিনিকোটি সিষ্যলগে পৰশুৰাম ঋষি।
লক্ষ্যসিষ্যে আসিলন্ত পৰম হৰিষি ॥ ২৩৩
লক্ষ্য সিষ্যে বৎস মুনি আসিলা হৰিষি
তিনিলক্ষ্য সিষ্য লগে আইলা দক্ষপৰ।
লাগ পঞ্চ লক্ষ্য আইল সিষ্য কপিলৰ ॥
লক্ষ্য সিষ্যে আসিলন্ত লোম পুৰুষগণ।
লক্ষ্য সিষ্যে শৃঙ্গ ঋষি আসিল উত্তম। ২৩৪
সোহমতে সিষ্যলগে উপমন্যু ঋষি।
সহস্রেৰে গৌৰমুখ আসিলা হৰিষ।
লক্ষ্য সিষ্যে আইল শুক পুত্র কৰৰৰ।
অন্য ঋষি আসিলন্ত সিষ্য নিৰন্তৰ ॥ ২৩৫
অশ্বথামা দ্রোন কৃপ সিষ্যসমন্বিত।
পৰম আনন্দে সবে ভৈলা উপস্থিত ॥
ভিস্ম দ্রোন সকুনি আইলা তাতপৰ।
ভাতৃগন সমে আসিলন্ত প্রজাগন ॥ ২৩৬
সমস্তে আসিয়া পাছে স্তুতিশীৰ নিলা।
জগত ঈশ্বৰ জানি স্তুতিক কৰিলা ॥
উগ্রসেন ৰাজা সভা মাঝে বসিলন্ত।
সেহি বেলা কৃষ্ণদেৱে বাক্য বুলিলন্ত ॥ ২৩৭
ব্রহ্মা হৰ আদি কৰি দেৱ নিৰন্তৰ।
ৰাজাগণো মুনিগণো আনো যত নৰ ॥
যাদৱ সহিতে উগ্রসেন নৃপবৰ।
সুভক্ষনে প্রবেশিয়ো দ্বাৰকা নগৰ ॥ ২৩৮
মোৰ পিতৃ বসুদেৱ মাতৃগন সমে।
মহেন্দ্রক্ষেনত প্রবেশিয়ো নিৰুপমে ॥
হেন বাক্য যেৱে উগ্রসেনে শুনিলন্ত।
পৰম বিৰস হুয়া বাক্য বুলিলন্ত ॥ ২৩৯
উগ্রসেন বদতি শুনিও কৃষ্ণ স্বামী।
পৌত্রক ভূমিক তেজি নযাইবোহো আমি ॥

দেৱপিতৃ কৰ্ম্মে শুদ্ধ সৰ্ব্ব তীৰ্থপৰ।
তেনয় পৈতৃক ভূমি মথুৰা নগৰ॥
পৰৰ ভূমিত যিটো কৰ্ম্মক কৰয়।
তাৰ পিতৃগণে শ্ৰাদ্ধ ফলক হৰয়॥ ২৪০
পৰৰ ভূমিত পিতৃ কৰ্ম্মৰ নিস্ফল।
দেৱৰো পূজনে কিছুমাত্ৰ পাৱে ফল॥
পৈতৃক ভূমিত হোৱে সম্পূৰ্ণ সফল।
তুলিত পৈতৃক ভূমি নাহি যাৰ তুল॥ ২৪১
পুত্ৰ ভাৰ্য্যা প্ৰপৌত্ৰ পালতো কাৰ চাৰ।
তেনয় পৈতৃক ভূমি নেতেজিবো আৰ॥
পিতৃ মাতৃ সম নোহে পৈতৃক ভূমিৰ।
দেৱপৈত্ৰ কৰ্ম্মে ভূমি পবিত্ৰ সুথিৰ॥ ২৪২
পৈতৃক ভূমিত দান অনন্ত হোৱয়।
পৰ ভূমি গত দান অশুদ্ধ বোলয়॥
পৈতৃক ভূমিত মৃত্যু তীৰ্থ ফল পাই।
এতেকে পৈতৃক ভূমি সম একো নাই॥ ২৪৩
পিতৃ ঘাত জলে জানা গঙ্গাজল সম।
গঙ্গাস্নান ফল তাত স্নানে নৰোত্তম॥
দেৱক পূজিলে জলে দেৱ তুষ্ট হয়।
পিতৃক তৰ্পনে পিতৃ তৃপিতি হোৱয়॥ ২৪৪
জন্মভূমি পৈতৃকত দানক কৰয়।
দ্বিগুণ ফলক লভে জানা মহাশয়॥
ভূমি দান শাস্ত্ৰ বিবি শুদ্ধ যে আশয়।
পৈতৃক ভূমিৰ তুলা বুলিয়া কহয়॥ ২৪৫
উগ্ৰসেন বাক্য শুনি দেৱকী নন্দন।
কহিবে লাগিলা ৰাজা শুনা দিয়া মন॥
পৈতৃক ভূমি যে তীৰ্থ সমবুলি কয়।
দ্বাৰকা সমান তীৰ্থ আন কোন নয়॥ ২৪৬
দ্বাৰকাৰ সম তীৰ্থ ত্ৰিভুবনে নাই।
ইহাত নিবাসে সকল তীৰ্থ ফল পাই॥
যাহাত প্ৰবেশে মাত্ৰে জন্মৰ খণ্ডন।
দ্বাৰকাত দান শ্ৰাদ্ধ দেৱৰ পূজন॥ ২৪৭

গঙ্গাদি তীৰ্থতো কৰি হয়ে চাৰি গুণ।
এতেকে দ্বাৰকা পুৰে কৰিয়া গমন॥
ব্ৰহ্মা আদি দেৱগণ মুণি নিৰন্তৰ।
যাদৱ সহিতে চলা দ্বাৰকা নগৰ॥ ২৪৮
অমৰাৱতী নোহে সম ইতো দ্বাৰকীৰ।
ৰত্নময় গৃহ জ্বলে জ্যোতি ঝাতিষ্কাৰ।
সুধৰ্ম্মা সভাত তুমি মাহিন্দ্ৰৰ ক্ষেনে।
বসিয়োক মহাৰাজা ৰত্ন সিংহাসনে॥ ২৪৯
জম্বুদ্বীপে থিত ৰাজ যতেক আছয়।
সমস্তে দিয়োক কৰ তোমাত নিশ্চয়॥
দেৱগণে ইন্দ্ৰক পূজয় যেন মত।
ৰাজেন্দ্ৰৰো পূজ্য তুমি হুয়োক নিমত॥ ২৫০
কুবেৰৰ সম হোৱা তুমি ধনেশ্বৰ।
সম্পাততে ইন্দ্ৰ যেন তেজত ভাস্কৰ॥
দেৱক জিনিবা বলে পুনো মুনি সঙ্গে।
ত্ৰিজগত জিনিয়োক বলে পৰাক্ৰমে॥ ২৫১
উগ্ৰসেন সম ৰাজা ভূত ভবিষ্যতি।
নহৈবেক তুমি সম ৰাজেন্দ্ৰ ভূপতি॥
ৰাজাৰ সভাত বলদেৱ ভগৱন্ত।
তাৰ সব কাৰ্য্য সিদ্ধি হৈব অপৰ্য্যন্ত॥ ২৫২
যাহাৰ শিৰত বিশ্ব অসংখ্য থাকয়।
সৰ্পমধ্যে সৰ্পৰ যেহেন স্থিতি হয়॥
অনন্ত সদৃশ দেৱ নাহি বলৱন্ত।
গুণ-বল নাহি অন্ত এতেকে অনন্ত॥ ২৫৩
শঙ্কৰ বিনাই ৰুদ্ৰ অষ্ট বসুগণ।
দ্বাদশ আদিত্য ইন্দ্ৰ আদি দেৱগণ॥
তোমাক জিনিবে বলে নহৈব সামৰ্থ।
কোন গুণে ৰাজা তুমি হোৱা অসমৰ্থ॥ ২৫৪
কৃষ্ণৰ বচন শুনি যাদৱ নৃপতি।
যাদৱ সহিতে ৰঙ্গে কৰিলন্ত গতি॥
ইন্দ্ৰৰো গৃহতো কৰি শ্ৰেষ্ঠ মনোহৰ।
উগ্ৰসেন প্ৰৱেশিলা তেনয় নগৰ॥ ২৫৫

দ্বাৰকাৰ মধ্যে শ্রেষ্ঠ ৰাজাৰ নিলয়।
মনিৰত্ন গণে গৃহে প্রকাশ কৰয় ॥
সিংহদ্বাৰ আদি কৰি যত দ্বাৰ সাৰ।
দেখিলন্ত উগ্রসেনে ৰত্ন আবিস্কাৰ ॥ ২৫৬
হস্তে শূল ধৰি আছে দ্বাৰ পাল নৰ।
সহস্রে সহস্রে ৰখে এবৈকক দ্বাৰৰ ॥
কতো দণ্ড হস্ত কতো শূলক ধৰিয়া।
দ্বাৰক ৰাখয় সবে চক্রক সাঙ্কিয়া ॥ ২৫৭
হেনয় দ্বাৰক ৰাজা উগ্রসেনে দেখি।
পৰম আনন্দে চাৰে চক্ষুয়ে নিৰেখি ॥
চই সপ্তদ্বাৰে যেবে ৰাজা চলিলন্ত।
অভ্যন্তৰে সুন্দৰ মন্দিৰ দেখিলন্ত ॥ ২৫৮
কোটি মত্ত গজেন্দ্রৰ গৃহে দেখিলন্ত।
তাৰ চাৰিগুন গজ গম মন্দিৰন্ত ॥
তাৰ চয়গুন ঘোড়া আচয শাজন্ত ॥ ২৫৯
মহাবলবন্ত ঘোড়া উবাৰ কৰয়।
সূযাৰ ঘোৰান্ত কৰি অধিকে চলয় ॥
শালত গজেন্দ্রগন প্রকাশ কৰয়।
ইন্দ্ৰ ঐৰাৱত সম হাজাৰ নোহয় ॥ ২৬০
অতি উচ্চ উচৈচশ্রৱ কোটিক দেখিল।
দশকোটি গৰ্দ্দভ শালত নিৰেখিল ॥
পঞ্চলক্ষা সাৰথি তপায় বিৰাজয়।
তাৰ ছয়গুণ ৰথ অশ্ব প্রকাশয় ॥ ২৬১
ঘোড়া চয় তাৰ সম তহিত আচয়।
আনো নানা পক্ষী মৃগ তহিতে শোভয় ॥
স্বধৰ্ম্ম আচাৰ সন্ত আছে অসংখ্যাত।
শিষ্যমান দেখিলন্ত সিতো দ্বাৰকাত ॥ ২৬২
নগৰৰ অভ্যান্তৰে দেৱ মুনি চয়।
দেখিলন্ত উগ্রসেন ৰাজা মহাশয় ॥
অগ্নি শুদ্ধ বস্ত্র গন কৰয় বঞ্চিত।
ৰকত কম্বলে স্থান কৰয় শোভিত ॥ ২৬৩
কোটি কোটি সিংহাসন শোভিত কৰয়।
অমূল্য ৰত্নৰ স্থানচয় প্রকাশয় ॥
সতকোটি কিঙ্কৰে ৰাখয় নগৰক।
মহাভয় কৰি ৰাখে সুমৰি কৃষ্ণক ॥ ২৬৪
মণিময় ৰত্নময় সুধৰ্ম্মা যে সভা।
ফট ফট কৰে সত চন্দ্ৰমাৰ প্রভা ॥
হেনয় সভাক প্রবেশিল নৰেশ্বৰ।
সেহিবেলা শঙ্খধ্বান উথিল বিস্তৰ ॥ ২৬৫
দুন্দুভি মৃদঙ্গ বাদ্য ভৈল চাৰি দিশি।
বেদ পাঠ সুমঙ্গল কৰিলন্ত ঋষি ॥
ৰাজাক দেখিয়া ৰামকৃষ্ণ ভগৱন্ত।
পৰম মঙ্গলে আগ বাঢ়ি আনিলন্ত ॥ ২৬৬
ব্রহ্মা হৰ আদি কৰি দেৱ নিৰন্তৰ।
দেৱঋষি ৰাজঋষি ৰাজেন্দ্ৰ অপাৰ ॥
ব্রহ্মচাৰী সন্ন্যাসী মহন্ত সিদ্ধগন।
উঠিয়া আশীস দিলা হুয়া ৰঙ্গ মন ॥ ২৬৭
দেৱমুনি সমস্তকে ৰাজা প্রনামিয়া।
কৃষ্ণৰ আজ্ঞাক শিৰে ধাৰণ কৰিয়া ॥
ৰত্নময় সিংহাসনে মাহিন্দ্ৰ আনন্ত।
বসিলন্ত উগ্রসেন সভাৰ মধ্যত ॥ ২৬৮
পূৰ্ব্বত ৰক্ষণে দিলা ৰত্নৰ ভূষন।
পাৰিজাত মালা সমে দিলা নাৰায়ণ ॥
ৰত্ন ছত্র দিলা বলোভদ্ৰ মহামতি।
কমণ্ডলু দিলা পাছে ব্রহ্মা প্ৰজাপতি ॥ ২৬৯
শূলক দিলন্ত হৰে তাৰক মাৰুতি।
ৰত্নৰ মালাক দিলা গোসানী পাৰ্ব্বতী ॥
আনোদেৱ গনে দিলা যৌতক বিস্তৰ।
মুনি সিদ্ধ ৰাজা গনে দিলা বহুত্তৰ ॥ ২৭০
বসুদেৱে দিলা মিয়া শ্বেত যে চামৰ।
পূৰ্ব্বে বায়ু কৃষ্ণক দিলন্ত মনোহৰ ॥
কামধেনু সুৰভিক নন্দে সমৰ্পিলা।
যসোদা দৈৱকী দুই ৰত্ন সিংহ দিলা ॥ ২৭১

সেৱক সকলে শ্বেত চামৰক ধৰি।
বুলিবে লাগিলা ৰাজেন্দ্ৰক মান্যকৰি॥
কৃষ্ণ আজ্ঞা শিৰে ধৰি বাঢ়য় মহন্ত।
শিৰৰ উপৰে ধল ছত্ৰ ধৰিলন্ত॥ ২৭২
ৰত্ন সিংহাসনে বসি ৰাজা উগ্ৰসেন।
ৰত্নৰ দৰ্পন সমে শোভে ইন্দ্ৰ যেন॥
অতি সুমঙ্গল গীত বাদ্য নানা মত।
কৰাইলন্ত কৃষ্ণদেৱে সভাৰ মধ্যত॥ ২৭৩
ৰাজাৰ আগত কৃষ্ণদেৱ ভগৱন্ত।
ভক্তি ভাৱে কৃতাঞ্জলি স্তুতি কৰিলন্ত॥
ব্ৰাহ্মন ভিক্ষুক সবে স্তুতিক কৰিলা।
দেৱমুনি গনে সবে আশীৰ্বাদ দিলা॥ ২৭৪
তাৰপাছে ৰাজা ব্ৰাহ্মনক ভক্তি কৰি।
ৰত্ন কৌটিক দিলা দক্ষিনা সাদৰি॥
ৰত্ন শত ভটুক দিলন্ত মহামানি।
ভিক্ষুকাকো সেহিমতে ৰত্ন দিলা আনি॥ ২৭৫
দেৱ মুনি সিদ্ধ আনো ৰাজা নিৰন্তৰ।
সমস্তে আনন্দে চলি গৈলা নিজ ঘৰ॥
সুন্দৰ্যা সভাত প্ৰভাততে বহুগন।
ৰাজেন্দ্ৰক প্ৰনামিয়া বাহলা শোভন॥ ২৭৬
ব্ৰহ্মবৈবৰ্ত্তৰ পদ শ্ৰীকৃষ্ণ খণ্ডৰ।
দ্বাৰকা প্ৰবেশ কথা মহা পুৰানৰ॥
তৃতয় অধিক শত অধিক শোভন।
শ্ৰদ্ধায়ে শুনিয়ো কথা নৰ নাৰী গন॥ ২৭৭
যাহাক শুনিলে কৰ্ম্ম বন্ধক এড়াই।
শ্ৰৱন কীৰ্ত্তন কৰি গোলোকক পাই॥
পৰম আনন্দে শুনা অমৃত কৰ্ণৰ।
শৰীৰ পবিত্ৰ কৰে অগনি পাপৰ॥ ২৭৮
বলোৰাম দ্বিজে কহে এড়ি আন কাম।
সাত্বক চাৰোক ডাকি বোলা ৰাম ৰাম॥

## ৰুক্মিণীৰ বিবাহ আয়োজন।

পদ

নাৰায়ণ বদতি নাৰদ মুনিবৰ।
কৃষ্ণৰ বিবাহ কথা শুনা আৰ পৰ॥ ২৭৯
বিদৰ্ভ দেশৰ ৰাজা অতি পৰাক্ৰম।
মহা পুন্য শালী যাৰ নাহিকয় সম॥
নাৰায়ন অংশ ৰাজা ভিষ্মক যে নাম।
দেৱভক্ত ধাৰ্ম্মিষ্ঠ ৰাজেন্দ্ৰ গুণ ধাম॥ ২৮০
যাহাৰ সভাত ৰাজা সমস্তে খাটয়।
প্ৰজাৰ উচিত কৰ দণ্ডক লৱয়॥
তান কন্যা মহা লক্ষ্মী ৰুক্মিনী হৈয়য়।
সুন্দৰীৰ মাজে সম ৰূপ নাহিকয়॥ ২৮১
তপ্ত সুবৰ্ণৰ বৰ্ণ নবীন যৌৱন।
নানা অলঙ্কাৰে জ্বলে ৰত্ন বিভুষন॥
শুদ্ধ সত্ব ৰূপ সত্বশালী প্ৰতিব্ৰতা।
নিতান্তে কৃষ্ণক চিন্তি থাকন্ত সুশান্তা॥ ২৮২
অনন্ত গুনৰ শালী সত্য অনুব্ৰতা।
ইন্দ্ৰিয় নিয়াম থাকা অতি সুচৰিতা॥
দেহাৰ কান্তিয়ে শোভা কৰয় সুন্দৰী।
ৰমনীয়ৰৰ বালা নাহি যাক সৰি॥ ২৮৩
নখোকুড়া কৰন্ত কৃষ্ণৰ মূৰ্ত্তি কৰি।
মুনীন্দ্ৰ মোহনী কন্যা পৰম সুন্দৰী॥
চন্দ্ৰৰ ৰোহিনী ভাৰ্য্যা ইন্দ্ৰ বৰুণৰ।
সূৰ্য্যৰ কামিনী সংজ্ঞা পত্নী কুবেৰৰ॥ ২৮৪
অগ্নি ভাৰ্য্যা স্বাহা দেবী ৰতি যে কামৰ।
এহানো নানা সুন্দৰী আচয় মনোহৰ॥
ৰুক্মিনী দেবীৰ কলা ষোৰষ ভাগৰ।
একে ভাগো সম নোহে শদৃস ৰূপৰ॥ ২৮৫
নক্ষত্ৰৰ মাজে চন্দ্ৰ যেহেন শোভয়।
নাৰী মাজে ৰুক্মিনী যে তেন শোভা হয়॥
সৰতৰ পূৰ্ণচন্দ্ৰ শোভে যেন মত।
সেহি মতে শোভা কৰে দেবী মন্দিৰত॥ ২৮৬

কমললোচনী কন্যা আতি নব বালা।
নিতে নিতে বাঢ়ি যাই যেন চন্দ্ৰ কলা॥
লাজে অধোমুখী হুয়া থাকয় সুন্দৰী।
বিবাহৰ যোগ্যা ভৈলা দেৱী সুৰেশ্বৰী॥ ২৮৭
হেনয় কন্যাক দেখি ৰাজা ধৰ্ম্মশীল।
কাহাক বিবাহ দিবো চিন্তিবে লাগিল॥
পুত্ৰ মিত্ৰ দ্বিজ গন গুৰু পুৰোহিত।
সবাকে অনায়া ৰাজা বুলিলা ত্বৰিত॥ ২৮৮
ভিষ্মক বদতি সবে কৰিয়ো নিশ্চয়।
কাক বিহা দিবো কন্যা বৰ কোন হয়॥
ৰুক্মিনীৰ যোগ্য বৰ কোনে হৈবে আৰ।
মুনি পুত্ৰ দেৱ পুত্ৰ ৰাজা পুত্ৰ সাৰ॥ ২৮৯
বিবাহৰ কাল ভৈল হৈলন্ত যুবতী।
নিতে নিতে বাঢ়ি যায় কন্যা ৰুক্মৱতী॥
শীঘ্ৰে চাহিয়োক বৰ নবীন যৌবন।
ৰাজ পুত্ৰ হৈলে বৰ সাস্ত্ৰে বিচক্ষন। ২৯০
প্ৰতাপত সুৰ্য্য সম বদন সুস্থিৰ।
মহা বলৱন্ত মহাবল মহা বীৰ॥
ৰুক্মিনীৰ বৰ যদি দেৱপুত্ৰ হয়।
গুন ৰূপয়ন্ত বৰ কৰিবা নিশ্চয়॥ ২৯১
যদি মুনিপুত্ৰ হোৱে হৈবে মহা জ্ঞানী।
সিদ্ধান্তে নিপুন বেদ পঢ়িবে আপুনি॥
ৰাজাৰ বচন এবে শুনি সভাসদ।
সিদ্ধান্ত নোদিয়া সবে ভৈলা নিশব্দ॥ ২৯২
সেহি বেলা সতানন্দ পুত্ৰ গৌতমৰ।
কুল পুৰোহিত ঋষি ৰাজা ভিষ্মকৰ॥
বেদ বেদ-অঙ্গকো জানন্ত মুনিবৰ।
নীতি শাস্ত্ৰে বিসাৰদ সৰ্ব্ব তত্ত্বপৰ॥ ২৯৩
তিনিয়ো ভুবনে যিবা ভাল মন্দ হয়।
সমস্তকে জানা ঋষি গৌতম তনয়॥
সতানন্দ বদতি ৰাজেন্দ্ৰ মহাশয়।
ধৰ্ম্ম শাস্ত্ৰ জানা তুমি ধৰ্ম্মৰ নিৰ্ণয়॥ ২৯৪

পুৰ্ব্বৰ আখ্যানে বেদ কহিয়া আছয়।
তাহাক বাখানো আমি শুনা মহাশয়॥
ভূমি ভাৰ সংহৰিবে দেৱ নাৰায়ণে।
বসুদেৱ সুত কৃষ্ণ ধৰি আছে নাম॥ ২৯৫
পৰিপুৰ্ন দেৱব্ৰহ্ম প্ৰভু ভগৱন্ত।
মায়ায় লোকত দেহ ধৰিয়া আছয়॥
বিধাতাৰ বিধি ব্ৰহ্মা হৰৰ বন্দিত।
অনন্ত শ্ৰীসূৰ্য্য ধৰ্ম্ম সবাৰে পূজিত॥ ২৯৬
কান্তি ৰূপ দেহ শুনা পৰমাত্মা ময়।
ভক্তৰ কৃপায়ে দেহ ধৰিয়া আছয়॥
প্ৰকৃতিত পৰ যিহো দেহৰ বাহিৰ।
সমস্তে কৰ্ম্মৰ সাখি নিৰূপে দেহীৰ॥ ২৯৭
পূৰ্ণব্ৰহ্ম অৱতাৰ জগতে ঈশ্বৰ।
হেনয় কৃষ্ণক কন্যা দিয়া নৃপবৰ॥
কন্যাদান কৰি চলা গোলোক ভুবন।
নিস্তাৰিয়ো ৰাজা তুমি শত পিতৃগন॥ ২৯৮
কৃষ্ণক দিয়োক কন্যা কৰিয়া ভকতি।
এতেকে পাইবাহা ৰাজা সাৰূপ্য মুকুতি॥
সমস্তে বিশ্বৰ গুৰু দেৱ ভগৱান।
ইহলোকে পূজ্য হোৱা কৰি কন্যা দান॥ ২৯৯
মহালক্ষ্মী ৰুক্মিনীক কৰি তুমি দান।
সৰ্ব্বস্ব দক্ষিনা দিয়া কৰিয়া সন্মান॥
কৃষ্ণত কন্যাক ৰাজা কৰা সমৰ্পন।
কুল সমে উদ্ধাৰিয়ো জনম মৰণ॥ ৩০০
বিধাতা লিখিছে কন্যা হোৱয় যাহাৰ।
সবাৰো সম্মত সমক্ষক কৰা সাৰ॥
দ্বাৰকা নগৰে আছে কৃষ্ণ গদাধৰ।
পাঠিয়োঁ দিয়া পত্ৰ সমে ৰাজা দ্বিজবৰ॥ ৩০১
শুভক্ষন শুভদিন গণি বিবাহৰ।
কৃষ্ণক আনিয়া কন্যা দিয়া নৰেশ্বৰ॥
ব্ৰহ্মা হৰ আদি কৰি দেৱ নিৰন্তৰ।
সিদ্ধমুনি মুনি যত গন্ধৰ্ব্ব কিন্নৰ॥ ৩০২

চাৰি বেদ সৰস্বতী আনো শাস্ত্ৰগন।
শ্ৰুতিৰ অসাধ্য ধ্যান কৰে অনুক্ষন ॥
যাহাৰ স্তবনে শক্ত নোহে যোগীগন।
হেনয় কৃষ্ণৰ পাৱে কৰোহো বন্দন ॥ ৩০২
বালক স্বৰূপে আসে কৃষ্ণ গুনচয়।
কহিবাক নপাৰোহো গুণ মহাশয় ॥
ভিষ্মকে শুনিলা সতানন্দৰ বচন।
পৰম আনন্দ ভৈল প্ৰফুল্ল বদন ॥ ৩০৩
আঁসনৰ পৰা উঠি ৰাজা ৰঙ্গ মন।
সতানন্দ ঋষিক কৰিলা আলিঙ্গন ॥
নানা ৰত্ন অলঙ্কাৰ সুবৰ্ণ ৰতন।
ঋষিক দিলন্ত ৰাজা আনন্দিত মন ॥ ৩০৪
গজেন্দ্ৰ ঘোটক শ্ৰেষ্ঠ ৰথ মনিময়।
ৰত্ন সিংহাসন দিলা ৰাজা মহাশয় ॥
সস্য ভূমি দিলা ৰাজা সব বৃত্তিকৰ।
গ্ৰাম দেশ ঋষিক দিলন্ত মনোহৰ ॥ ৩০৫
বিপুল ধনিক দিলা ভিষ্মক নৃপতি।
সভাসদ লোকৰ আনন্দ ভৈলা মতি ॥
আতে অনন্তৰে ৰুক্ম নৃপতি নন্দন।
কোপে কম্পমান তনু ৰকত নয়ন ॥ ৩০৬
ৰক্ত মুখ ভৈল গাৱে ঘৰ্ম্ম বহি যাই।
পিতৃক বুলিবে লৈলা অধৰ কম্পাই ॥
ক্ৰোধৰ বেগত ৰাজা থিৰ নহে কাই।
উঠি গৈয়া বুলিলন্ত সভাক শুনাই ॥ ৩০৭
শুনা শুনা সভাসদ মোহোৰ বচন।
মহা হিত বাক্য সাধু প্ৰশংসয়গন ॥
ধন লুভী ব্ৰাহ্মনৰ নট ভিক্ষুকৰ।
বেশ্যাৰ ভটুৰ বাক্য চয় কায়স্থৰ ॥ ৩০৮
স্ত্ৰিলোভী যে কামুকৰ কুলাল যি নৰ।
কুট নাটি কৰে যিতো মুৰ্খ দৰিদ্ৰৰ ॥
এহি নৰে স্তুতি পূৰ্ব্ব বচন বোলয়।
সবায়ো অসত্য কহে লৈবে নলাগয় ॥ ৩০৯

উপায়ে বুদ্ধিয়ে কাল যৱনক মাৰি।
তাৰ ধনে ধনী কৃষ্ণ দুষ্ট অনাচাৰী ॥
দ্বাৰকাত ধনী কৃষ্ণ ধনে যৱনৰ।
তাতপৰে দুষ্ট আৰ আছে কোন নৰ ॥ ৩১০
জৰাসন্ধ ভয়ে সিতো মথুৰা চাৰিয়া।
সমুদ্ৰৰ অভ্যান্তৰে পশিলন্ত গৈয়া ॥
এবে মোৰ লীলা কৰি শত জৰাসন্ধ।
চেদিৰে সামৰ্থ আছে নকৰি প্ৰবন্ধ ॥ ৩১১
অন্য ৰাজাগন কৈত কি কহিবো আৰ।
ৰণত অজয় আমি সিষ্য দুৰ্ব্বাসাৰ ॥
পাশুপত অস্ত্ৰে আমি ব্ৰহ্মাণ্ড নিশ্চয়।
সংহৰিবে পাৰো আমি নাহিকে সংশয় ॥ ৩১২
মোৰ সম বলৱন্ত পশুৰাম হয়।
সিশুপাল মোৰ সম জানিবা নিশ্চয় ॥
মোৰ সখা সিশুপাল মহাবলৱন্ত ॥
স্বৰ্গকো জিনিবে শক্ত আপুনি হোৱন্ত ॥ ৩১৩
একক্ষনে দেৱ সমে ইন্দ্ৰক নিশ্চয়।
একলে জিনিব পাৰো নাহি পৰাজয় ॥
জড়া নাম ৰাক্ষসীয়ে দুফাল জন্তাইলা।
ৰণত দুৰ্ব্বলী সিতো এতেকেসে ভৈলা ॥ ৩১৪
হেন জড়াসন্ধক জিনিয়া দুয়োভাই।
অহঙ্কাৰ কৰে বোলে মোৰ সম নাই ॥
আপুন বুদ্ধিয়ে মাত্ৰ বীৰ বোলায়য়।
আনে তাক বীৰ বুলি কোনেবা মানয় ॥ ৩১৫
যদি আসে বিবাহ কৰিবে সিতো মনে।
নিশ্চয়ে পাঠাইবো মই যমেৰ সদনে ॥
নন্দ বৈস্য ঘৰে ভৈল গোৰক্ষ তাহাৰ।
সাক্ষাতে ভৈলেক কৃষ্ণ গোপীকাৰ যাৰ ॥ ৩১৬
গোপালৰ উচ্ছিস্তক কৰয় ভোজন।
ক্ষত্ৰিয়ত জন্ম তাৰ ভৈলা কি কাৰণ ॥
দেৱ যোগ্য ৰুক্মিনীক বিবাহ কৰাইবা।
ভিক্ষুক দ্বিজৰ বাক্যে তুমি তাক দিবা ॥ ৩১৭

তযুভক্ত ব্ৰহ্মা সুৰেস্বৰ তযুভক্ত সিৱ দেৱবড়
জোগিন্দ্ৰৰ গুৰু গুৰু ভৈল সমস্তৰ॥
জ্ঞানিৰ মধ্যত শুকসাৰ গনেসত পৰে নাহি আৰ
সনত কুমাৰ আদি ভক্ত নিৰন্তৰ।
মুনিন্দ্ৰ ৰাজেন্দ্ৰ আদি কৰি তযুভক্ত চয় দেৱহৰি
পৃথিবিত আছে জত ভক্ত দামোদৰ॥ ১২২৪
ৰাধাৰ সদৃস ভক্ত নাই তোমাক চিন্তয় সমুদাই
ৰাধা জেন চিন্তে লক্ষ্মি নহে সেহিপ্ৰায়।
হওঁ৷ জদি মঞি তজুদাস চলাপ্ৰভু ৰাধিকাৰ পাস
তোমাৰ বিয়োগে মৃত্যুতুল্য ভানহয়॥
আসিবেক বুলি বুলি সাৰ কৰিলোহো মঞি অঙ্গিকাৰ
ৰাধাৰ আগত বুলি আছো নিষ্টকৰি।
ৰাধাৰ সমিপ সিঘ্ৰকৰি চলিয়োক প্ৰভু দেৱহৰি
মোহোৰ বচন সাৰ্থক কৰিয়ো হৰি॥ ১২২৫
উদ্ধৱৰ হেনমুনি বানি হাষিয়া বুলিলা চক্ৰপানি
উদ্ধৱ মহন্ত কহো মঞি নিষ্টকৰি।
সুনা সভাসদ নৰচয় ভজিয়োক কৃষ্ণ কৃপাময়
সমস্তে সমাজে ডাকি বোলা হৰি হৰি॥

---

## পদ

ভগৱন্ত নিগদন্তি কৰি একমন।
সুনিয়োক মহাবিৰ বেদৰ বচন॥
ব্ৰাহ্মন গুৰুৰ অৰ্থে প্ৰান সঙ্কটত।
বৃত্তি অৰ্থে বিবাহত নাৰি বিসয়ত॥ ১২২৬
অসত্য কহিলে আত দোস নাহিকয়।
বেদবাক্য অনুসৰি নকৰা সংসয়॥
ৰাধাৰ আগত সত্য বুলিলা বচন।
তথাপিতো তোমাক সুচুইবে পাপগন॥ ১২২৭
চিকাৰ বিহিন জদি হোৱয় তোমাৰ।
তথাপিতো নৰক নহৈব কৈলোসাৰ॥
মোৰ ভক্ত মোক চিন্তি গোলোক লভয়।
মোৰ প্ৰসাদত নৰককো নেদেখয়॥ ১২২৮
তথাপি তোমাৰ অঙ্গিকাৰ সাফলিবো।
তোমাৰ বচন পালি স্বপ্নে মঞিঁ জাইবো॥
ৰাধিকাক কৃড়ি স্বপ্নে গোপিক কৃড়িবো।
মাতৃৰ কোলাত চৰি তান স্তন খাইবো॥ ১১২৯
হেনবাক্য সুনি প্ৰনামিলা বিৰবৰ।
উদ্ধৱ পসিলা গৈয়া আপোন মন্দিৰ॥
স্বপ্নত গৈলন্ত হৰি ৰাধিকাৰ পাষ।
নানাবিধ কৃড়াকৰি কৰিলা আস্বাস॥ ১২৩০
আতি গোপ্য জ্ঞানক কহিলা ৰাধিকাত।
সন্তোস কৰিলা জ্ঞান কহিয়ো সাংখ্যাত॥
গোপিকা গনকো কৃড়িংন্ত নাৰায়ণ।
জথোচিতে প্ৰবোধিয়া বুলিলা বচন॥ ১২৩১
জষোদাৰ কোলে চৰি সন্তোসিলা মন।
তান্স্তন পান কৰিলন্ত নাৰায়ণ॥
গোপ সকলকো প্ৰবোধিলা বুলিবানি।
নগৰ সিশুকো সম্ভাসিলা চক্ৰপানি॥ ১২৩২
সমস্তকে স্বপ্নত বুলিলা পৃয়বানি।
মথুৰা নগৰে প্ৰবেসিলা গদাপানি॥

ব্ৰহ্ম বৈবৰ্ত্তৰ পদ মহা পুৰানৰ।
শ্ৰীকৃষ্ণৰ জন্ম খণ্ড আতি মনোহৰ॥ ১২৩৩
নাৰায়ণ নাৰদ সম্বাদ মনোহৰ।
কৃষ্ণ উদ্ধৱৰ কথা আতি কচিকৰ॥
অষ্টাধিক নৱতি অধ্যায় সমাপত।
কৃষ্ণ উদ্ধৱৰ কথা পাপ কৰে হত॥ ১২৩৪
হে কৃষ্ণদেৱ প্ৰভু দৈৱকি নন্দন।
তোমাৰ চৰনে মঞিঁ পসিলো সৰণ॥
ইতো পদ বিসয়ত মোৰ দোস চয়।
ক্ষেমিয়োক জগন্নাথ তুমি কৃপাময়॥ ১২৩৫
সন্তসবো ক্ষেমাকৰা দোস পায়া বড়।
ক্ষেমাসে উচিত ধৰ্ম্ম মহন্ত সবৰ॥
জদি নিন্দা কৰা মোক নাহি প্ৰয়োজন।
মুলক চাহিয়া পাছে কৰিবা নিন্দন॥ ১২৩৬
জদি নিন্দা কৰে মোক সাস্ত্ৰজ্ঞ সকল।
মোৰ পাপক্ষয় হেতু তাতো মহাফল॥
জদি মোৰ বাক্যচয় অসুদ্ধ বোলয়।
কৃষ্ণৰ কথায়ে বাক্য মিশ্ৰ হুয়াচয়॥ ১২৩৭
গঙ্গাজলে আন নদি জল মীশ্ৰ হয়।
অন্য নদি জল বুলি কেহ্নবা তেজয়॥
এহি পতন্তৰ ইতো মোৰ পয়াৰৰ।
কৃষ্ণ কথাচয় আছে [illegible]চয় বিস্তৰ॥ ১২৩৮
হেনজানি সন্তচয় কৰো নিবেদন।
কৃষ্ণকথা সুনি তুষ্ট কৰিয়োক মন॥
পুৰ্ব্বে সন্তসবে জিতো পয়াৰ কৰিলা।
নিৰ্দ্দোস কৰিয়া কোনে কৰিবে পাৰিল॥ ১২৩৯
পৰমানু সম আমি জানি সন্তচয়।
মোহোৰ দোষিক সবে ক্ষেমিবে লাগয়॥
ক্ষেমাসে উচিত ধৰ্ম্ম জানা মহন্তৰ।
কৃষ্ণকথা সুনি দোস ক্ষেমিয়ো পদৰ॥ ১২৪০

জগত ঈশ্বৰ কৃষ্ণ থাকি হৃদয়ত।
অনুমতি দিলা জিবা কৰিলো সিমত ॥
গোহোৰ নিন্দাত কিচো নকৰোহো সোক।
কৃষ্ণকথা শুনি তুষ্ট হোৱা সাধুলোক ॥১২৪১
কৃষ্ণৰ কথায়ে পুৰুসক উদ্ধাৰয়।
পাপক সংহৰি পাছে গোলোক লভয় ॥
অসাশ্বত ধনী জন সবে অকাৰন।
মনে বিমৰসি ভজা কৃষ্ণৰ চৰন ॥ ১২৪২
আপোন সৰিৰ হৈব বিষ্ঠা পলুচাই।
শ্ৰীকৃষ্ণ চৰন সাৰ কৰা সমুদাই ॥

আপোনাৰ পিতৃ মাতৃ আনো বন্ধুগন
আগতে মৰিয়া জাই নাহিকে চেতন ॥ ১২৪৩ ॥
হে কৃষ্ণদেৱ প্ৰভু দেৱমধ্যে সাৰ।
সমৰ্প্পিলো ইতোপদ চৰনে তোমাৰ ॥
তজু কথা অমৃতত নিমজোক মন।
এহি অনুগ্ৰহ মোক কৰা নাৰায়ণ ॥ ১২৪৪
তজু ভকতৰ সঙ্গ সদা নচাৰোক।
এহি অনুগ্ৰহ নাথ কৰিয়োক মোক ॥
ভনে বলোৰাম বিপ্ৰে চাৰি আন কাম।
সংসাৰ তৰনি ডাকি বোলা ৰাম ৰাম ॥ ১২৪৫

---

ব্ৰহ্ম বৈবৰ্ত্ত পুস্তক সম্পূৰ্ন্য সমাপ্ত ॥

সক ১৭৩০ ॥

তাৰিখ ২৩ জেষ্ঠত ॥

জাহাকে দেখয় তাকেসে লেখয়
জানিবা নিশ্চয় কৰি।
শুনা সৰ্ব্বলোক ক্ষেমা দিবা মোক
মুৰ্খকো নিবা নিস্তৰি ॥



## জাননী

তলত লিখা পুথিকিখনি আসাম সাহিত্য-সভাৰ দ্বাৰা প্ৰকাশ হৈছে আৰু বেছিনাৈ যুগুত ৰখা হৈছে। এজেণ্টৰো সুবিধা আছে।

চন্দ্ৰকান্ত অভিধান ·········৭৲ টকা।

নৰদেৱ গ্ৰন্থাৱলী—

শ্ৰীশ্ৰীদেৱ দামোদৰ চৰিত্ৰ······১৲ টকা।

শ্ৰীশ্ৰীবনমালী দেৱ চৰিত্ৰ······৸০ অনা।

শ্ৰীশ্ৰীব্ৰহ্মবৈবৰ্ত্ত পুৰাণ·········১৲ টকা।

সিত্তা-সভাৰ সভ্যসকলে "নৰদেৱ গ্ৰন্থাৱলী" একোখন আধা দামত পাব।

পোৱাৰ ঠিকনা—

এজেণ্ট—বৰকটকী কোম্পানী।
যোৰহাট।

আসাম সাহিত্য-সভা
চন্দ্ৰকান্ত সন্দিকৈ হল,
যোৰহাট।